# জীৱন আৰু কৰ্মকীৰ্তি

## বিভিন্নজনৰ চৰ্চাত ৰামগোস্বামী



সম্পাদনা ঃ

ড° গৌতম শৰ্মা

ড° গায়ত্ৰী গোস্বামী

পুৰঞ্জয় গোস্বামী

ৰামগোস্বামী জন্মদিন উদ্‌যাপন সমিতি

গুৱাহাটী

**Jibon aru Karma Kirti :** A collection of writings on the life and works of Shri Ram Goswamee, a distinguished author, an eminent critic and a reviewer in Assamese; compiled and edited by Dr.Gautam Sarma, Dr.Gayatree Goswamee and Puranjoy Goswamee and published by the "Ram Goswamee Janmadin Udjapan Samity", Chenikuthi, Guwahati-781 003. Price Rs. 60 (Sixty) only. First edition March 31, 2001.

জীৱন আৰু কৰ্মকীৰ্তি
বিভিন্নজনৰ চৰ্চাত ৰামগোস্বামী

প্ৰকাশক ঃ
ৰাম গোস্বামী জন্মদিন অভিনন্দন উদ্‌যাপন সমিতি।
চেনিকুঠি, গুৱাহাটী - ৭৮১ ০০৩

প্ৰথম প্ৰকাশ ঃ ৩১ মাৰ্চ, ২০০১

মূল্য ঃ ৬০ (ষাঠি) টকা।

ছপাশাল ঃ
দি ব্ৰহ্মপুত্ৰ প্ৰিণ্টাৰ্ছ
এম. চি. ৰোড, গুৱাহাটী - ৭৮১ ০০৩
ফোন ৫২৫৩৪৮, ২৬৩৯৭২

# উছৰ্গা

দেউতা আৰু মাৰ

কৰকমলত।

ৰাম গোস্বামী ৭৫ বছৰ পূৰ্ণ উপলক্ষে গঠিত উদ্‌যাপন সমিতি

গৌতম শৰ্মা
গায়ত্ৰী গোস্বামী
সঞ্জয় গোস্বামী
সংগীতা শৰ্মা
পুৰঞ্জয় গোস্বামী

# সম্পাদকীয়

"জীৱন আৰু কৰ্মকীৰ্তি নামেৰে সম্পাদিত গ্ৰন্থখন অসমৰ এগৰাকী বৰেণ্য সাহিত্যিক, সমালোচক, নাট্যকাৰ আৰু যশস্বী গ্ৰন্থাগাৰিক শ্ৰদ্ধেয় শ্ৰীযুত ৰাম গোস্বামীদেৱৰ ৭৫ বছৰ পূৰ্ণ হোৱা উপলক্ষে যুগুতাই উলিওৱা হৈছে। ইংৰাজী ২০০১ চনৰ ৩১ মাৰ্চ তাৰিখটো আজি স্মৰণ কৰা আমাৰ বাবে সৌভাগ্যৰ দিন। যিসকল ব্যক্তিয়ে সত্যদৃষ্টি লাভ কৰি নিজৰ বুদ্ধি আৰু প্ৰতিভাৰে নিজ নিজ ক্ষেত্ৰত সাফল্যৰ চিহ্ন অংকিত কৰিছে, তাৰ ভিতৰত শ্ৰদ্ধেয় ৰাম গোস্বামী অন্যতম। তেওঁৰ অৱদান কবলৈ গলে, আমাৰ পৰম সম্পদ। তেওঁৰ নীতি-নিষ্ঠতা, নিয়মানুবৰ্তিতা আৰু গ্ৰন্থ প্ৰীতিৰ মাজেদি প্ৰত্যক্ষ হৈছে কৰ্মদক্ষতা আৰু দেশাত্মবোধ। আজি এই জন্মদিনটো ৰাজহুৱা ভাৱে উদ্‌যাপন কৰি আমি গৌৰৱবোধ কৰিছোঁ। তেওঁৰ এই সুদীৰ্ঘ জন্ম কালত অখণ্ড উদ্দীপনাময় কীৰ্তি সমূহ স্মৃতি চাৰণ কৰি আমি ধন্য হৈছো। পৰৱৰ্তী কালত এক ঐতিহাসিক মূল্য বিচাৰ আৰু মূল্যায়নত সহায় হব বুলি ভাবি তেওঁৰ সান্নিধ্যলৈ অহা বিভিন্নজন গুণী-জ্ঞানী লিখক, সমালোচক, লগতে তেওঁৰ সৈতে সম্পৰ্কৰ অন্তৰংগতা গঢ়ি উঠা লোক সকলৰ নিজ নিজ দৃষ্টিভংগীৰে ব্যক্ত কৰা অনুভৱ লিপিবদ্ধ কৰি এই *জীৱন আৰু কৰ্মকীৰ্তি* নামৰ অভিনন্দন গ্ৰন্থ ৰাইজৰ হাতত অৰ্পণ কৰা হৈছে।

যিসকল সদাশয় ব্যক্তিয়ে আমাৰ অনুৰোধৰ প্ৰতি সহাৰি জনাই গ্ৰন্থখনত অংশগ্ৰহণ কৰি আমাক উৎসাহিত কৰিলে তেখেত সকলক আমি হিয়াভৰা কৃতজ্ঞতা জনাইছোঁ। আগতে প্ৰকাশ পোৱা কেইটামান প্ৰবন্ধ প্ৰাসংগিক বুলি ভাবি এই গ্ৰন্থত পুনৰ সন্নিবিষ্ট কৰা হৈছে। সেই লিখক সকলৰ প্ৰতি আমি ঋণী। লগতে ধন্যবাদ জনাইছোঁ *ব্ৰহ্মপুত্ৰ প্ৰিণ্টাৰ্ছৰ* স্বত্বাধিকাৰী ক্ৰীড়া সংগঠক আৰু সুপ্ৰতিষ্ঠিত ব্যৱসায়ী শ্ৰীবলেন্দ্ৰ মোহন চক্ৰৱৰ্তীক। প্ৰেছৰ সমূহ কৰ্মীবৃন্দ আমাৰ প্ৰশংসাৰ পাত্ৰ।

এই জন্মদিনটো উদ্‌যাপনত সাফল্য কামনা কৰি যি সকল বন্ধু-মিত্ৰ আৰু সজ্জনৰ পৰা আমি বাৰ্তা পাইছো, সেই সকলক আমি আন্তৰিক শলাগ জনাইছোঁ। শেষত, এই গ্ৰন্থখনে শ্ৰদ্ধেয় গোস্বামীদেৱৰ পৰিচয় কিছু পৰিমাণে হলেও বহন কৰিব পাৰিব বুলি আমি আশা ৰাখিছোঁ।

ভুল-ভ্ৰান্তিৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে, ইতি —

ড° গৌতম শৰ্মা
ড° গায়ত্ৰী গোস্বামী
পুৰঞ্জয় গোস্বামী
সম্পাদনা সমিতি

কমলাকান্ত ভট্টাচাৰ্য পথ,
চেনিকুঠি, গুৱাহাটী - ৩

# সূচীপত্ৰ

## ব্যক্তিগত অনুভৱ



## গ্ৰন্থাগাৰিকৰ দৃষ্টিত

# গ্ৰন্থ ৰচনাৰ প্ৰেক্ষাপটত



# ইংৰাজী বিভাগ



# পৰিশিষ্ট

# শ্ৰীমান ৰাম গোস্বামীক মই যিদৰে জানো

## যতীন্দ্ৰ নাথ গোস্বামী

অসম ৰাজ্যিক গ্ৰন্থাগাৰৰ অৱসৰপ্ৰাপ্ত গ্ৰন্থাগাৰ আৰু সু-সাহিত্যিক শ্ৰীমান ৰাম গোস্বামী (ধন) মোৰ সু-পৰিচিত আৰু আত্মীয়। তেওঁক সম্ভৱ মই শ্বিলঙত প্ৰথমে লগ পাইছিলো ১৯৪৭-৪৮ চন মানত, সঠিক মনত নাই। তেওঁ তেতিয়া চফল ডেকা, সুদৰ্শন চেহেৰাৰ। তেওঁ কিবা কামত শ্বিলঙলৈ ফুৰিবলৈ গৈ তাত স্থায়ীভাৱে বসতি কৰা লক্ষেশ্বৰ বৰুৱাৰ (যোৰহাটৰ সৰ্বাইবন্ধাত নিজা ঘৰ, 'দুখীয়া' ঘৰত মতা আদৰৰ নাম) ঘৰত উঠিছিল। মই তাতে তেওঁক লগ পাই বিতং বতৰা লৈছিলো, কোৱা প্ৰাসংগিক যে মই আৰু মহেশ্বৰ নেওগ একেলগে লাবানত আছিলো। মই লাবান বয়জ মাইনৰ স্কুলৰ প্ৰধান শিক্ষক ৰূপে কিছুদিন চাকৰি কৰি থাকোতে সদায় লাবানত থকা প্ৰয়াত জীৱেশ্বৰ গোস্বামীৰ লগত আৰু তেখেতৰ পৰিয়ালৰ লগত মোৰ এটা মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। গোস্বামী আছিল সত্ৰীয়া সংস্কৃতিৰ পৰম সাধক আৰু নিজেও এগৰাকী নৃত্য-গীত, ভাওনা-সবাহত পাকৈত শিল্পী। পিছত এখেতৰে কন্যা শ্ৰীমতী জিনুক শ্ৰীমান ৰামে বিয়া কৰালে। ৰামৰ লগত কথা বতৰা পাতি ভাল লাগিল। মই যেতিয়া গৌৰাং সত্ৰৰ জোঁৱাই হৈ পৰিলো; তেতিয়া তেওঁৰ লগত মোৰ আত্মীয়তা বাঢ়িল। গোলাঘাটৰ ঘৰ খনো ভাতঘৰ হৈ পৰিল। শ্ৰীমান ৰামক পাছলৈ সঘনাই লগ পোৱা হ'লো। বিয়া-সবাহ, মেল-মিটিং, উৎসৱ পাৰ্বন আদিত দেখা হলেই মই তেওঁক খবৰ বাতৰি সোধো। আপোন আপোন লগা তেওঁৰ কথা-বতৰা, আচাৰ-ব্যৱহাৰ। গ্ৰন্থাগাৰ সেৱাত তেওঁৰ অভিজ্ঞতা ব্যাপক এই ক্ষেত্ৰত তেওঁ দক্ষতা দেখুৱাব পাৰিছে। অসমৰ চৰকাৰী খণ্ডৰ ৰাজহুৱা পুথিভঁৰাল প্ৰতিষ্ঠাপক ৰূপে তেওঁৰ অৱদান বাস্তৱিকতে প্ৰশংসনীয়। তেওঁ গ্ৰন্থাগাৰিক যদিও তেওঁৰ মনটো অধ্যয়ন অনুৰক্ত। অধ্যয়নপুষ্ট মনেৰে তেওঁ সাহিত্য কৰ্ম অব্যাহত ৰাখিছে। বৌদ্ধিক জগতত তেওঁৰ এই সাহিত্য কৰ্ম আদৰণীয় হৈছে। সাহিত্য সভাৰ লগত তেওঁ জড়িত বাবে মই তেওঁক প্ৰায়বোৰ বাৰ্ষিক অধিৱেশনত লগ পাওঁ। গুৱাহাটীৰ চেনিকুঠিত তেওঁৰ নিজা ঘৰ আছে। মই সেইফালে গলেই তেওঁৰ তালৈ যাওঁ। বিবিধ কথা বতৰা হওঁ। তেওঁ মোক শ্ৰদ্ধা কৰে, মই মুগ্ধ হওঁ। জ্ঞানে তেওঁক বিনয়ী কৰিছে। তেওঁ যদিও বহুত বিষয়ে জানে তথাপি আনৰ পৰা জ্ঞান আহৰণ কৰিবলৈ তেওঁ সংকোচ নকৰে। তেওঁ সদালাপী আৰু সমদৰ্শী। তেওঁৰ বিষয়ে লিখিবলৈ বহুতো কথাই আছে। সেই বোৰ এতিয়া প্ৰকাশ নকৰি মাত্ৰ তেওঁলৈ ৭৫ বছৰ পূৰ্ণ হোৱা শুভক্ষণত মোৰ স্নেহাশীৰ্বাদ জনালো। ভগৱন্তই তেওঁক নিৰাময়ে ৰাখক।

# অক্ষৰ অৰ্পণ
## (ৰাম গোস্বামীৰ পৌনশতবৰ্ষ প্ৰাপ্তিত)

**নৱকান্ত বৰুৱা**

কলিকতাৰ ৯৯ নম্বৰ প্ৰেমচাঁদ বড়াল ষ্ট্ৰীটত আছিল এটা পোষ্টগ্ৰেজুৱেট হোষ্টেল। যদিও তাত এজন চুপাৰিণ্টেনডেন্ আছিল, তেখেতৰ নামটো এতিয়া মনত নাই, কলিকতা বিশ্ববিদ্যালয়ত সংস্কৃত বিভাগৰ অধ্যাপক আছিল তেখেত। মেচটো চলাইছিল ছাত্ৰ বিলাকেই। হাৰ্ডিঞ্জ হোষ্টেল, ইডেন হোষ্টেলৰ দৰে নামজাদা হোষ্টেল নাছিল। গতিকে মানুহে মেচ বুলিয়েই কৈছিল। আমাৰ সময়ত (১৯৪৮-৪৯ চন মানত) আমি তিনিজন অসমীয়া আছিলো তাত। দীনেশ দত্তই পঢ়িছিল সংস্কৃত, মই ইংৰাজী আৰু ৰাম গোস্বামীয়ে পঢ়িছিল পুথিভঁৰাল বিজ্ঞান। দীনেশ দত্ত অধ্যয়নশীল আৰু একেচেকা ছাত্ৰ। আৰু এজনে আহি কিছুদিনৰ পিছ লগ লৈছিলহি তেখেত হ'ল বৰপেটাৰ মিশ্ৰ পৰিয়ালৰ ভৱকৃষ্ণ মিশ্ৰ - সংস্কৃতৰ মেধাবী ছাত্ৰ। উজানখণ্ডৰ আমি দুই ৰাম গোস্বামী আৰু মই আছিলো ঘুটমুটীয়া চুটি চাপৰ আৰু ঘূৰা পকা কৰা বিধৰ।

কেইদিন মানৰ ভিতৰতে 'আপোনা আপুনি' কেনিনো গুচি ল ক'ব নোৱাৰো। 'তুমি' হৈ যোৱাৰ পিছত গৈ মই তেওঁক প্ৰথমতে 'ৰাম', পিছলৈ 'ধন' বুলিও মতা হ'লো। মোক অৱশ্যে তেওঁ সিমান ঘৰুৱা নকৰিলে 'নৱকান্ত'তে থলে, কাচিৎ কেতিয়াবাহে 'এখুদ' বুলি মাতে।

কিন্তু, ৰাম গোস্বামীক মই আগৰে পৰা জানিছিলো। তেওঁ স্কুলত থাকোতেই 'আৱাহন'ত (আৱাহন থিয়েটাৰ নহয় আলোচনী খনৰহে কথা কৈছো) নৃত্য ভঙ্গিমাত তেওঁৰ এখন ফটো প্ৰকাশ হৈছিল। আৰু বি.এ পঢ়াৰ কালতে মোৰো দুই এটা কবিতা জয়ন্তী, ৰামধেনুত ওলাইছিল। প্ৰেমচাঁদ বড়ালৰ নাম এতিযাৰ অসমীয়া ছাত্ৰই নাজানে। তেওঁৰ নামত কলিকতা বিশ্ববিদ্যালয়ৰ এটা বৃত্তি আছিল। 'প্ৰেমচাঁদ বড়াল স্কলাৰ' বিশ্ববিদ্যালয়ৰ এটা ডাঙৰ সন্মান। তেওঁৰে পুতেক ৰায়চাঁদ বড়াল এজন সংগীতজ্ঞ। হোষ্টেলৰ মুখতে তেওঁৰ 'মহল'। কাননদেৱী তেওঁৰে আৱিস্কৃত প্ৰতিভা। ৰায়চাঁদ বড়াল আছিল নিউ থিয়েটাৰ্চৰ সংগীত পৰিচালক। তেওঁৰ ঘৰত হোৱা গান-বাজনা আমি মেচৰ পৰাই শুনো। এজন পাঞ্জাবী বাদ্যকাৰে বজোৱা কৰ্ণেটৰ শব্দ এতিয়াও মোৰ কাণত বাজে। সংগীতৰ প্ৰতি আকৰ্ষণত ৰাম গোস্বামী সেই আখৰা বিলাকত সোমাই পৰিছিল গৈ বুলি পিছতহে জানিছো।

মই শান্তি নিকেতনত পঢ়ি অহা ল'ৰা। গতিকে তাত লগত পঢ়া, আগতে পঢ়া, বন্ধু-বান্ধৱৰ লগত অকল মোৰেই অহাযোৱা হৈয়ে নাথাকিল। সেইটো দ্বি-বচনলৈ ৰূপান্তৰিত

হ'ল। অহম্' গুচি 'আবাম' হ'ল। মোৰ বন্ধু বান্ধৱী ৰামৰো বন্ধু হলগৈ। কলিকতাতে শান্তিনিকেতনৰ প্ৰাক্তন ছাত্ৰ-ছাত্ৰীৰ এটা অনুষ্ঠান আছিল —'আশ্ৰমিক সংঘ'। তাত উৎসৱ আদি হ'লে আমি দুয়ো যাওঁ। তাত সুকুমাৰ ৰায়ৰ 'হযবৰল' অভিনয় পতা হৈছিল। তাত মই আৰু ধনেও ভাও লৈছিলো। মোৰ এতিয়া ভাবি ভাল লাগে যে ৰাম গোস্বামীয়ে পিছলৈ ৰবীন্দ্ৰ নাথৰ 'নটীৰ পূজা' নাটখন অসমীয়ালৈ ভাঙি অভিনয় কৰালে, ছপালে। বিশ্বভাৰতীয়ে অনুমতিতো দিলেই আৰু এটা পুৰস্কাৰো দিলে।

এতিয়া বছৰত দুবাৰো চিনেমা হল নগৰকা আমি দুয়ো একেলগে এখনৰ পিছত এখনকৈ দুখন চিনেমাও চাইছিলো তেতিয়া। টাইৰণ পাৱাৰ, পল মুনি, এলিজাবেথ টেইলৰ এই বিলাক আছিল আমাৰ প্ৰিয় ভাৱৰীয়া।

সেই মেচৰ আমাৰ দুজন বন্ধুৰ কথা মই জীৱনত পাহৰিব নোৱাৰিম — ধনৰ বাহিৰেও। এজন হ'ল ভৱকৃষ্ণ মিশ্ৰ। সত্ৰৰ পৰম্পৰাৰে মাৰ্জিত লোক। আনহাতে, বৰপেটা মিশ্ৰ পৰিয়ালৰ তেজত আৰু পৰম্পৰাত থকা সংগীত, বিশেষকৈ ৰাগ সঙ্গীতৰ তেওঁ আছিল এজন ধাৰক। তেওঁৰ যন্ত্ৰ আছিল বেহেলা। কোনে কয় বেহেলা ইউৰোপীয় যন্ত্ৰ! তাহানি মিত্ৰদেৱ মহন্তদেৱে কোৱা শুনিছিলো ভাৰতত থকা চতুৰ্তন্ত্ৰী বীণা 'বাৰণী'ৰে বংশজ এই বেহেলা! কিমান যে ৰাগ-ৰাগিনী শুনিলো ভৱকৃষ্ণ মিশ্ৰৰ বেহেলাত। ৰে'ড লাইট এৰিয়াৰ সেই গলিটো ভৰত মুনিৰ আশ্ৰম যেন কৰি পেলাইছিল ভৱকৃষ্ণ মিশ্ৰৰ সেই বেহেলাৰ মূৰ্চ্ছনাই। মোৰ বহুতো দুখৰ দিনত মোৰ মন শান্ত কৰিছিল তেওঁৰ বাজনাই।

আৰু আনজন আছিল বিমল বিশ্বাস। পূৰ্ব পাকিস্থানৰ যশোহৰত ঘৰ, তেতিয়া উদ্বাস্তু। তেওঁক মই 'যশুৰে কৈ' অৰ্থাৎ 'যশোহৰীয়া কাৱৈ মাছ' বুলি মাতিছিলো। সেইটো এটা বঙলা যোজনা। ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰক হেনো সমনীয়াই সেই বুলি জোকাইছিল। কলিকতালৈ আগতে যশোহৰৰ পৰা কাৱৈ মাছ আহে জীয়ন দি ৰখা মাছ। মূৰ ডাঙৰ, গা সৰু। তাহানিৰ ছটফটীয়া ল'ৰা বিমল। তাৰ বহুতো ধান্দা। বিদ্যাসাগৰৰ দৰে সমূলি নহয়। এবাৰ তাৰ গাঁৱৰ এজন দৰ্জী কাম কৰা ল'ৰাই তাৰ তাত আশ্ৰয় ললেহি। ভাল কাম জানে। বিমলে তাৰ বাবে এটা পুৰণি চিলাই মেচিন যোগাৰ কৰিলে। আমি তাৰ হতুৱাই কিবা-কিবি চিলালো। অৱশেষত সৰু একোঠলীয়া এখন দোকানৰ ব্যৱস্থা হ'ল বিডন ষ্ট্ৰীটৰ এটা গলিত। পূজা নকৰাকৈ সি দোকান আৰম্ভ নকৰে। কাওবাওকৈ ধৰিলে ৰাম গোস্বামীক - 'দাদা আপুনিটো ব্ৰাহ্মণ মানুহ, আপুনিয়েই মোৰ দোকানৰ ধৰ্মীয় কামখিনি কৰি দিয়ক। এতিয়াও মনত পৰে ধনৰ মহানুভৱতা, গৌৰাংসত্ৰৰ গোসাইৰ ঘৰৰ ল'ৰা - তেওঁ এখন পূজাৰ বিধি কিনি আনি লৈ পূজা মন্ত্ৰেৰে দোকান উন্মোচন কৰি দিলে। এই কথা জানি এতিয়া যদি ৰাম গোস্বামীৰ পৰিয়ালে তেওঁক প্ৰায়শ্চিত্ত কৰাব খোজে, মই নিৰুপায়।

কিন্তু সেই সময়ত কলিকতাত মোৰ কেইটামান দুখৰ দিন পাৰ হৈছে। তাত মোৰ সহায়, সাৰথি আৰু আশ্ৰয় আছিল ধন, ৰাম গোস্বামী। মই কলিকতাত থাকোতেই

দুজন ছাত্ৰক মই শান্তি নিকেতনত পঢ়া বা শিকাৰ সুবিধা কৰি দিছিলো। এজন নগাঁৱৰ কিশোৰ নৃত্যশিল্পী সুবোধ ৰাঢ়ী, পঢ়া শুনা এৰি যাত্ৰা পাৰ্টিত সোমাইছিল। তেওঁ শান্তি নিকেতনৰ সংগীত ভৱনৰ ছাত্ৰ হ'লহি। তাৰ পিছতে মোৰ ভতিজা ধ্ৰুব (ললিত কুমাৰ বৰুৱাৰ ডাঙৰ ল'ৰা) ২১ দিনৰ অগাপিছাকৈ শান্তি নিকেতনতে ঢুকাল। ৰুগীয়া সুবোধক মই শেষ মুহূৰ্তত আনি কলিকতাৰ কেম্বেল মেডিকেলত থৈছিলোহি (তাত তেওঁৰ বায়েক নাৰ্চ আছিল) কিন্তু অভিভাৱক আছিলো মই। সুবোধক নিমতলা শ্মশানত দাহ কৰাটো মোৰ প্ৰথম শ্মশানৰ অভিজ্ঞতা।

ধ্ৰুৱও শান্তি নিকেতনতে ঢুকাল। মই আৰু তাৰ আপোন খুড়াক কলিকতাৰ পৰা গৈ পোৱাৰ আগতে তাৰ সৎকাৰ সম্পন্ন হৈ গ'ল। তাতেই মোৰ তীৱ কঁপে জ্বৰ উঠিল। আৰু ৰাতিটো থাকি পিছদিনা তাৰ মানুহ বোৰৰ নিষেধ নামানি মই কোনোমতে কলিকতা পালোহি। হোষ্টেল পায়েই মই বেহুচ্।

তেতিয়া ৰাম গোস্বামী আৰু বন্ধু সকলে ডাক্তৰ মাতি চিকিৎসাৰ ব্যৱস্থা কৰিলে ..... ধন তেতিয়া দিনে ৰাতি মোৰেই লগত ..... তাৰ পিছত ঘৰৰ পৰা ককাইদেউ এজন আহি মোক ঘৰলৈ লৈ গ'ল। আকৌ গা মূৰ ভাল পাই যেতিয়া মই হোষ্টেললৈ আহিলো - তেতিয়া মই এটা মানসিকভাবে জুৰুলা মানুহ। অথচ পঢ়াশুনা নকৰিলেও নহব! তেতিয়া মই ৰাতি হলেই অকলে থাকিব নোৱাৰো। আমি - ৰাম আৰ মই একেটা ৰুমতে থাকো — কিন্তু দুশ্চিন্তাত মোৰ টোপনি নাহে — সুবোধ আৰু ধ্ৰুৱই যেন মোক সিহঁতৰ লগৰীয়া কৰিবলৈ ৰৈ আছে! তেতিয়া ধন আহি মোৰ লগতে শুই থাকেহি। তেওঁৰ হাতখনত ধৰি মই টোপনি যাওঁ। অৱশেষত মই কলিকতাত পঢ়াৰ আশা বাদ দি ঘৰলৈ গুছি যাবলগীয়া হ'ল।

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম. এ. ডিগ্ৰী লোৱা নহ'ল। এম. এ. পাছ কৰিবলৈ মোৰ ছবছৰ লাগিল। সেইবোৰ বেলেগ কথা। ইতিমধ্যে ৰাম গোস্বামীয়ে শ্বিলঙৰ ৰাজ্যিক পুথিভঁৰালত যোগ দিলেহি।

এনেবোৰ সোঁৱৰণীয়ে মোক ৰাম গোস্বামীৰ লগত এনে এটা বন্ধনেৰে বান্ধি থৈছে — যাৰ নাম মই নাজানো। বন্ধুত্ব, অন্তৰঙ্গতা, প্ৰেম? ৰামৰ মনত আছে নে নাই ৰামেহে জানে। মই হ'লে পাহৰিব নোৱাৰোঁ।

তেওঁৰ আজি ৭৫ বছৰ পূৰ্ণ হ'ল। তেওঁৰ প্ৰতি এয়া মোৰ প্ৰেমৰ স্বাক্ষৰ।

পুনশ্চ, পিছৰ জীৱনত ৰাম গোস্বামী এজন সন্মানিত আৰু সুপ্ৰতিষ্ঠিত লোক। তেওঁ কৃতকাৰ্য্যতাৰে অসম ৰাজ্যিক গ্ৰন্থাগাৰৰ ব্যৱস্থাপনা চলাই গ'ল। তাৰ উপৰিও এজন নাট্যকাৰ আৰু নাটক আৰু পৰিবেশ্য কলাৰ এজন কৰ্মী আৰু জনপ্ৰিয় গ্ৰন্থকাৰ হিচাপেও তেওঁ সুখ্যাত। কিন্তু ৰাম গোঁসাইৰ কথা ভাবিলেই মনলৈ আহে এষাৰ কথা, মোৰ আশাৰ কথা — তেওঁৰ আৰু বহুদূৰ যাবলৈ আছে। He has a long way to go. ধন মোতকৈ পিছত পৃথিৱীলৈ আহিছে — মই যোৱাৰ বহুত পিছত যাব।

# মোৰ দৃষ্টিত ৰাম গোস্বামী মানুহজন

## ড° বীৰেন্দ্ৰ নাথ দত্ত

ৰাম গোস্বামী অসমৰ সাহিত্য-সংস্কৃতি জগতৰ এটি সুপৰিচিত নাম। অকল সুপৰিচিতই নহয়, সুপ্ৰতিষ্ঠিতও। বিভিন্ন ক্ষেত্ৰত তেখেতে আগবঢ়োৱা উল্লেখনীয় অৱদানেৰে গঢ় লৈ উঠিছে সেই প্ৰতিষ্ঠাৰ সুদৃঢ় ভেটি। প্ৰাক্তন ৰাজ্যিক গ্ৰন্থাগাৰিক গোস্বামীদেৱে দেশ আৰু বিদেশত গ্ৰন্থাগাৰবিজ্ঞানৰ প্ৰণালীবদ্ধ প্ৰশিক্ষণেৰে নিজকে প্ৰস্তুত কৰি ৰাজ্যখনৰ গাৱেঁ-ভূঞে ৰাজহুৱা পুথিভঁৰালৰ সংগঠনত যি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে, সি তেখেতৰ কৃতিত্বৰ এটা দিশ মাত্ৰ। তেখেতৰ কৰ্মৰ ক্ষেত্ৰখন ইয়াতোকৈ বহুত বিস্তৃত আৰু বৈচিত্ৰ্যপূৰ্ণ। নিজে মৌলিক নাটক কৰাৰ লগতে ভালেকেইখন বিখ্যাত বিদেশী নাটকৰ অনুবাদেৰে তেখেতে অসমৰ নাট্যজগতখনক চহকী কৰিছে। নাটক সম্পৰ্কে একাধিক গ্ৰন্থ ৰচনা কৰাৰ উপৰিও তেখেতে লিখিছে সমাজ আৰু তথ্যৰে সমৃদ্ধ গধুৰ প্ৰবন্ধ, অনুবাদ আৰু সম্পাদনা কৰিছে কেইবাখনো গুৰুত্বপূৰ্ণ গ্ৰন্থ। শেহতীয়াকৈ তেখেতে লিখি উলিয়াইছে দুখনকৈ আকৰ্ষণীয় উপন্যাস। গোস্বামীদেৱৰ কলম এতিয়াও থমকি ৰোৱা নাই। সি প্ৰায় বিৰামহীনভাৱে সক্ৰিয় আৰু সৃষ্টক্ষম হৈ আছে। ইয়াৰ লগে লগে তেখেতে কেইবাটাও সম্ভ্ৰান্ত ৰাজহুৱা অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত যুক্ত থাকি সক্ৰিয় আৰু দায়িত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে।

নকলেও হ'ব, এই সকলোখিনিৰ দ্বাৰা গোস্বামীদেৱে বিৰল ধৰণৰ কৃতিত্বৰ গৌৰৱ অৰ্জন কৰিছে। কিন্তু আত্মগৌৰৱক তেখেতে সযতনে পৰিহাৰ কৰি চলে। স্বভাৱ সুলভ বিনয় আৰু সৌজন্যবোধে মৃদুভাষী আৰু সদালাপী গোস্বামীদেৱৰ ব্যক্তিত্বত এক অতিৰিক্ত মাত্ৰা সংযোজন কৰিছে।

বয়সৰ লেখেৰে গোস্বামীদেৱ মোতকৈ কেইবাবছৰো জ্যেষ্ঠ। আগৰে পৰা এগৰাকী অধ্যয়নশীল আৰু মননশীল ব্যক্তি বুলি আৰু বিশেষকৈ এগৰাকী কৃতী গ্ৰন্থাগাৰিক বুলি দূৰৰ পৰাই তেখেতৰ প্ৰতি মই শ্ৰদ্ধা ভাব পোষণ কৰিছিলোঁ। কিন্তু তেখেতৰ বিস্তৃত কৰ্মক্ষেত্ৰৰ বিষয়ে বেছি কথা জনা নাছিলো। তাৰ প্ৰতি মোৰ দৃষ্টি আকৰ্ষণ কৰে মোৰ লোকসংস্কৃতি বিজ্ঞানৰ গুৰু ˚ প্ৰফুল্ল দত্ত গোস্বামীচাৰে। চাৰে সেইসময়ত গোস্বামীদেৱৰ অঙ্গৰাগ নামৰ পুথিখনৰ বাবে ভূমিকা লিখি দিছিল।

তেতিয়াই মই গোস্বামীদেৱৰ প্ৰত্যক্ষ সংস্পৰ্শলৈ আহোঁ আৰু তেখেতৰ সৃজনশীলতাৰ লগতে তেখেতৰ অমায়িকতাৰ পৰিচয় পাই মুগ্ধ হওঁ। এগৰাকী বিদগ্ধ অগ্ৰজ ৰূপে মোৰ মনত তেখেতক সন্মানিত স্থানত আসন দিওঁ। কিন্তু এদিন মোক হতবাক কৰি দি সেই ব্যক্তিগৰাকীয়েই মোৰ ওচৰত উপস্থিত হ'ল এটি অভাৱনীয় (মোৰ বাবে) প্ৰস্তাৱ লৈ ঃ তেখেতে যুগুত কৰা 'অসমৰ লোকনাট্য' নামৰ গ্ৰন্থখনিৰ বাবে মই এটি ভূমিকা লিখি দিব লাগে। মই সিদিনা অত্যন্ত বিব্ৰত বোধ কৰিছিলোঁ। কিন্তু লগে লগে অভিভূতও হৈছিলোঁ তেখেতৰ উদাৰতাত, তেখেতৰ অভিমানশূন্যতাত। এজন অনুজক অকল স্বীকৃতিদানেই নহয়, মৰ্যাদা দানৰ এনে উদাহৰণ সুলভ নহয়।

তাৰ পিছতো যেতিয়াই তেখেতৰ কোনো গ্ৰন্থ প্ৰকাশ পাইছে, তেতিয়াই তেখেতে মোৰ ঘৰলৈ গৈ নিজহাতেৰে এটা কপি মোৰ হাতত তুলি দিছে। আনকি কেতিয়াবা তেখেতৰ নাটক মঞ্চস্থ হ'বলগীয়া থাকিলে তাৰ বাবেও মোক ব্যক্তিগত ভাৱে নিমন্ত্ৰণ জনাই আহিছে। কিমান হৃদয়স্পৰ্শী এই সৌজন্যতাবোধ! সভা সমিতিতো লক্ষ্য কৰিছো তেখেতৰ আচৰণ সদায় সুমাৰ্জিত আৰু সন্তোষিত। এই সকলোবোৰ এক প্ৰকৃত সংস্কৃতিবান ব্যক্তিত্বৰ লক্ষণ।

ৰাম গোস্বামীদেৱৰ পয়সত্তৰ বছৰ পূৰ হোৱা উপলক্ষে এখন অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰাৰ আয়োজন হোৱাত মই অতি আনন্দিত হৈছোঁ। তেখেতৰ প্ৰতি থকা মোৰ শ্ৰদ্ধা আৰু সদিচ্ছাৰ প্ৰকাশেৰে অভিনন্দন পৰ্বত যোগ দিয়াৰ সুযোগ দিয়াৰ বাবে মই উদ্যোক্তাসকলক ধন্যবাদ জনাইছোঁ।

বয়সত প্ৰবীণ, কিন্তু কৰ্মোদ্যমত নবীন এই সাৰস্বত সাধকগৰাকীযে নিজৰ কৰ্ম আৰু আচৰণৰ দ্বাৰা আৰু বহু বছৰ ধৰি আমাৰ বৌদ্ধিক ক্ষেত্ৰত নেতৃত্ব দিয়াৰ লগতে আমাৰ মূল্যবোধৰ প্ৰতিনিধিত্ব কৰি আমাক অনুপ্ৰাণিত কৰি থাকক — আন্তৰিকভাৱে তাকেই কামনা কৰোঁ আৰু তাৰ বাবে প্ৰাৰ্থনা জনাওঁ।

# নীৰৱ সাধক ৰাম গোস্বামী

## গিৰিশ চৌধুৰী

জীৱনকালত মই লগ পোৱা এনে কিছুমান ব্যক্তি আছে যাৰ সংখ্যা নিচেই তাকৰ। তেওঁলোকক প্ৰথম কেতিয়া, ক'ত লগ পাইছিলো, ঠিক মনত পেলাব নোৱাৰিলেও এটা কথা মনত পৰে যে তেওঁলোকৰ মাজৰেই কোনোবা এজন ব্যক্তিক লগ পোৱাৰ পিছৰে পৰাই ভাৱ হৈছিল — তেওঁক যেন সদায়েই পাই আছো অন্তঃসলিলা নৈৰ দৰে। মোৰ ভাতৃসদৃশ ৰাম গোস্বামীও তেনে এক ব্যক্তি, যেন অতিকে আপোনজন। তেওঁৰ জন্মস্থান গোলাঘাট, কিন্তু তেওঁক মই প্ৰায়েই লগ পাইছিলো তেওঁৰ ভিনদেৱেক একালৰ খ্যাতনামা আইনজ্ঞ গোলোকেশ্বৰ গোস্বামীদেৱৰ ভৰলুমুখৰ ঘৰত। বহুত দিনৰ কথা, আমাৰ ল'ৰালি দিনৰ কথা— সেয়ে লগ পোৱাৰ চন-তাৰিখ আজি আৰু মনত নাই। কিন্তু ভৰলুমুখৰ সেই ঘৰতে যে তেওঁক লগ পাইছিলো সেইটো স্পষ্টভাৱে মনত পৰে। প্ৰসংগতঃ উল্লেখনীয় যে আমাৰ ঘৰ আৰু মোৰ জন্মস্থানো কুমাৰপাৰা ভৰলুমুখত। কলেজীয়া জীৱন আৰম্ভ হোৱাৰ সময়তে ১৯৪০ চনৰ শেষৰ ফালে এক পাৰিবাৰিক বিপৰ্যয়ত আমি উলুবাৰীলৈ আহি তাতেই স্থায়ী ভাৱে বাস কৰোঁ। তথাপিও বিশেষকৈ সেই সময়ত জন্মস্থান ডোখৰৰ মায়া এৰিব নোৱাৰি ভৰলুমুখলৈ নিতৌ গৈছিলো আৰু তাত অনুষ্ঠিত হোৱা খেল-ধেমালি, সাংস্কৃতিক অনুষ্ঠান সমূহত অংশগ্ৰহণ কৰিছিলো। গোলোকেশ্বৰ গোস্বামীদেৱৰ পৰিয়ালৰ স'তে আমাৰ পৰিয়ালৰ এক সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক থকাৰ বাবেই তাতেই ৰাম গোস্বামীক লগ পাইছিলো আৰু বোধকৰোঁ তাতেই আমাৰ প্ৰথম চা-চিনাকি হৈছিল। বয়সত ৰাম গোস্বামী মোতকৈ পাঁচ বছৰ মানে সৰু আৰু মোৰ ভাই অনিলতকৈ বোধকৰোঁ চাৰি-পাঁচ মাহৰ সৰু। সেয়েই হয়তো তেখেতৰ বন্ধুত্ব বেছি আছিল অনিলৰ স'তে। অনিলৰ স'তে হেনো কেইবাখনো মঞ্চাভিনয়ত সেই ল'ৰালিকালতে স্ত্ৰী চৰিত্ৰও ৰূপায়িত কৰিছিল। সেই আপাহতে অনিলে কেতিয়াবা তেখেতক ধেমালি কৰি 'সখী' বুলিও কৈছিল। অনিলৰ মৃত্যু হ'ল যোৱা ২০০০ চনৰ ১৬ অক্টোবৰত। তাৰ ঠিক ১৫/১৬ দিন আগতে ৰাম গোস্বামী আহি অনিলৰ হাত দুখনত ধৰি মাত দি গৈছিল আৰু অনিলেও হাঁহি মাৰি কৈছিল— "আহিবা ভাই, ভালপোৱা মানুহবোৰ

আহি থাকিলে বৰ ভাল লাগে ।" যি হওক এই সম্পৰ্কৰ বলতেই ময়ো ৰাম গোস্বামীক সদায়েই অনুজ হিচাপে ভাবি আহিছো, ভাল পাই আহিছো । তেৰোঁ মোক 'দাদা' সম্বোধনেৰে অনুগৃহীত কৰিছে বুলি ভাবিছো । তেওঁক মই সদায়েই অনুজতুল্য বুলি ভাবিলেও কি কাৰণত নাজানো, মই সদায় তেওঁক 'গোঁসাই' বুলিয়েই সম্বোধন কৰিছিলো । আমাৰ পুৰণি দিনত গোস্বামী সকলক গোঁসাই বুলিয়েই মতাটো নিয়ম আছিল । হয়তো সেই কাৰণেই সেই সম্বোধনটোৱেই ৰৈ গ'ল ।

কথা প্ৰসংগত মনত পৰিছে— ৰাম গোঁসাইৰ লাইব্ৰেৰীয়ান জীৱনে এসময়ত মোৰো যথেষ্ট উপকাৰ সাধিছিল । পঞ্চাশৰ দশকত মোৰ কৰ্মক্ষেত্ৰ আছিল শ্বিলং । তাত প্ৰায় পাঁচ-ছয় বছৰ কাল মই কটাইছিলো । তেতিয়া ৰাম গোস্বামী আছিল শ্বিলঙৰ চৰকাৰী পুথিভঁৰালৰ লাইব্ৰেৰীয়ান । পুলিচ বজাৰৰ ষ্টেট্ ট্ৰেন্সপ'ৰ্ট ষ্টেচনটোৰ সন্মুখতে অৰুণা ৰেষ্টুৰেন্টখনৰ কাষতে লাইব্ৰেৰীটো । তাতেই দেখা হ'ল ৰাম গোস্বামীৰ লগত । তেওঁৰ অফিচ সেই লাইব্ৰেৰীটোতেই । এদিন অৰুণা ৰেষ্টুৰেন্টখনৰ পৰা ওলাই আহি গোঁসাইক দেখা পাই মই হাতখনত থাপ মাৰি ধৰিলো । তেৰোঁ মোৰ হাতখনত ধৰিলে । দুয়ো কথা পাতি পাতি তেওঁৰ কিতাপৰ মাজৰ অফিচ কোঠাটোত বহিলোগৈ । বহুতো কথা পাতিলো । তাৰ পিছৰে পৰা আৰম্ভ হ'ল সেই লাইব্ৰেৰীৰ পৰা মোৰ কিতাপ অনা । শ্বিলঙৰ দিনবোৰ আমাৰ দৰে মানুহৰ বহুতো ক্ষেত্ৰত নিঃসংগ এক জীৱন । তথাপিও মই থিয়েটাৰ অভিনয়ৰ মানুহ হিচাপে কেতবোৰ স্থানীয় সংস্থাৰ স'তে চা-চিনাকি হোৱাৰ পিছত তেওঁলোকৰ আমন্ত্ৰণত মাজে মাজে থিয়েটাৰ অভিনয় লৈ ব্যস্ত হৈ পৰোঁ । কিন্তু সেইবোৰ হৈ গ'লেই আকৌ অনুভৱ কৰোঁ নিঃসংগতা । পঢ়া-শুনা কৰাৰ, লিখাৰ ইচ্ছা থকা স্বত্বেও এলাহতেই হওক বা অনিচ্ছাতেই হওক মাজে মধ্যেহে লিখিবলৈ লৈছিলো আৰু কিতাপ পঢ়াৰ সংখ্যাও কমি আহিছিল । কিন্তু ৰাম গোস্বামীক লগ পোৱাৰ পিছৰ পৰা আৰু তেওঁক সেই কিতাপৰ সমুদ্ৰৰ মাজত কাম কৰা দেখি মোৰ কিতাপ পঢ়াৰ পুৰণি অভ্যাসটোৰ যেন পুনৰ্জন্ম হ'ল । মই ৰেমাৰ্কৰ কিতাপ-এৰিথ্ মেৰিয়া ৰেমাৰ্ক্ পঢ়ি খুব ভাল পাইছিলো । এখন এখনকৈ সেই কিতাপবোৰ আনিবলৈ ধৰিলো । ৰাম গোঁসাইয়েও আনন্দমনে দিবলৈ ধৰিলে । আবেলি অফিচৰ পৰা আহি সন্ধ্যা হোৱাৰ আগৰে পৰা লেপৰ তলত সোমাই নিশা ১২/১ বজালৈকে কিতাপ পঢ়িবলৈ আৰম্ভ কৰোঁ । ৰেমাৰ্কৰ চিৰিজ শেষ হোৱাত হাক্সলি, ইব্‌চেন, বাৰ্ণাৰ্ড শ্ব', ৰবি ঠাকুৰ, শৰৎ চট্টোপাধ্যায়, তাৰাশংকৰ, বনফুল আদি বহুতো কিতাপ পঢ়ি মোৰ নিঃসংগতা কটাইছিলো আৰু মোৰ জ্ঞানৰ পৰিধিত যদি

সামান্য ভাৱেও এই পঢ়াই সহায় কৰিছিল, তাৰবাবে ৰাম গোঁসাই ধন্যবাদৰ পাত্ৰ আৰু মোৰ কৃতজ্ঞতা তেওঁলৈ । বহুদিনৰ কথা, বহু পুৰণি কথা— এই কথাবোৰ ৰাম গোস্বামীৰ মনত আছেনে নাই নাজানো, কিন্তু সেই পঞ্চাশৰ দশকত তেওঁ দিয়া কিতাপবোৰে মোৰ জীৱনলৈ বহুতো আনন্দ কঢ়িয়াই আনিছিল । সেই স্মৃতি আজিও মোৰ মনৰ মাজত সজীৱ হৈ আছে ।

বৌদ্ধিক জগতত এক সুকীয়া স্থান অধিকাৰ কৰা এই ব্যক্তিজন আমাৰ সমাজৰ এজন বিৰল ব্যক্তি । বিৰল ব্যক্তি বুলি এই কাৰণেই কৈছো যে তেওঁৰ জ্ঞানৰ ধাৰা ফল্গু ধাৰাৰ দৰে নীৰৱেই প্ৰৱাহিত হৈ আছে । নিৰহংকাৰী, প্ৰচাৰ বিমুখ এই যশস্বী সাহিত্যিকজনে নীৰৱেই গোটেই জীৱন জুৰি সাহিত্য সাধনা কৰি আছে । তেওঁ লিখা নাটক সমূহ, প্ৰবন্ধ সমূহ, গ্ৰন্থসমূহ অসমীয়া সাহিত্য জগতৰ এক অমূল্য সম্পদ । তেওঁ ৰচনা কৰা প্ৰায়কেইখন নাটেই মঞ্চ সফল নাট । তেওঁ ৰচা গ্ৰন্থ সমূহৰ প্ৰায়বোৰতেই পোৱা যায় তেওঁৰ জ্ঞানৰ গভীৰতাৰ স্বাক্ষৰ ।

আনপিনে লাইব্ৰেৰী জগতত তেওঁ অসমত এক ইতিহাস সৃষ্টি কৰি গৈছে । অষ্ট্ৰেলিয়া, আমেৰিকা, ফ্ৰান্স, লণ্ডন আদি বহু ঠাইলৈ গৈ লাইব্ৰেৰী বিষয়ৰ আলোচনা চক্ৰত অংশগ্ৰহণ আৰু লাইব্ৰেৰী বিষয়ত বিস্তৃত অধ্যয়ন কৰি তেওঁ তেওঁৰ অধ্যয়ন পিপাসু মনটো সমৃদ্ধ কৰাৰ লগতে অসমৰ চহৰৰ পৰা গাঁৱলৈকে তেওঁৰ জ্ঞান প্ৰসাৰিত কৰি সমগ্ৰ অসমকে সমৃদ্ধ কৰিছে ।

সাহিত্য জগতৰ এই নীৰৱ সাধকজনৰ আজিৰ পঁয়সত্তৰ বছৰীয়া জন্মদিনৰ এই পবিত্ৰ তিথিত ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো— তেওঁ যেন আৰু বহুকাল তেওঁৰ অনবদ্য সাহিত্য কৰ্মেৰে, সৃষ্টিৰে আমাৰ সাহিত্য জগতখন উজ্বলাই ৰাখিব পাৰে । আজিৰ দৰে এনে শুভদিন আৰু বহুতবাৰ আহক আৰু সু-স্বাস্থ্যেৰে তেওঁ সুদীৰ্ঘ জীৱন এটি পাওক, বয়সৰ দাবীৰেই সেই আশীৰ্বাদকেই জনাইছো, শুভেচ্ছা জনাইছো ।

# কি দিলে, কি পালোঁ

## ড° কেশৱানন্দ দেৱ গোস্বামী

তিনিকুৰি পোন্ধৰ বছৰীয়া এজন মানুহ। চিনাকীটো কিন্তু সাধাৰণতে দুই প্ৰকাৰে— অসমত পুথিভঁৰালৰ আন্দোলন নে সচেতনতা বুলিম? সেই টোৱেই আছিল ঘাই চিনাকী, আনটো আছিল নাটকৰ লগত। সেইটো দিশত এক 'সংক্ৰামক ব্যাধি'ৰো অনুমান কৰিব পাৰি; সেই 'ভাইৰাছ' আছিল মানুহজনৰ শহুৰেক শিল্পী জীৱেশ্বৰ গোস্বামীৰ। মানুহজনৰ নাম ৰাম গোস্বামী, পিছৰ কবিজন নহয়। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা গ্ৰন্থাগাৰ বিজ্ঞান বিষয়ত সুখ্যাতিৰে স্নাতকোত্তৰ উপাধি লৈ মুখ্য গ্ৰন্থাগাৰিক স্বৰূপে অসম চৰকাৰৰ বিষয়া হৈ, গুৰি ধৰি অৱসৰ লোৱা মানুহজন। হঠাতে মনত পৰিছে অন্য এটা কথা। নাট্যকাৰ কবি ৰাজশেখৰে তেওঁৰ কৰ্পূৰ মঞ্জৰী নামৰ নাটিকাত ধেমেলীয়া তথা ব্যঙ্গৰূপে বিদূষকৰ মুখে কোৱাইছে— 'মোৰ শহুৰৰ শহুৰেকে পণ্ডিতৰ ঘৰত পুথি পাঁজিৰ বোজা বৈছিল।' তেনেকৈ কোৱাৰ অৰ্থ আছিল বিদূষকে নিজকে পণ্ডিত বুলি আনৰ আগত ভেম দেখুৱাব খোজা। তাকে শুনি বিচক্ষণা নামৰ বুদ্ধিমতী চেটীয়ে উত্তৰ দিছিল- 'তেনেহ'লে তোমাৰ পাণ্ডিত্যটো পৰম্পৰাগত ভাৱেই আহিছে।' আচল কথাটো হ'ল গ্ৰন্থাগাৰত থাকিলেই তেওঁ পণ্ডিত হ'ব নোৱাৰে; পৰা হ'লে আমাৰ এই অসমৰে যিমানবোৰ চৰকাৰী, অৰ্দ্ধচৰকাৰী আৰু ৰাজহুৱা পুথিভঁৰাল আছে, তাৰ কৰ্মচাৰী, বিষয়া সকলোৱেই জ্ঞানী পণ্ডিত হ'লহেঁতেন। কিন্তু ৰাজশেখৰৰ এই উক্তিক ৰাম গোস্বামীয়ে খণ্ডন কৰি দেখুৱালে অমূলক, অসত্য বুলি; সৰ্বত্ৰ প্ৰযোজ্য নহয় বুলি। গ্ৰন্থাগাৰিক হৈয়ো ৰাম গোস্বামী এগৰাকী ৰসজ্ঞ পণ্ডিতৰূপে, সাহিত্যিক, নাট্যকাৰ, নাট্য সমালোচক ৰূপে প্ৰতিষ্ঠিত হৈ দেখুৱালে। এতিয়া পৰম্পৰাৰ বিষয়টোলৈ অৱলোকন কৰা হওক। গোলাঘাট জিলাৰ ঢেকীয়ালৰ গৌৰাঙ্গ সত্ৰৰ বিষয়ে সকলোৱে ভালদৰে নাজানিলেও অসমৰ সাহিত্য-সংস্কৃতিৰ লগত সামান্য পৰিচিত জনেও এটা নাম অন্ততঃ জানে-বেজ আৰু মাজিউৰ লগৰ, ত্ৰিমূৰ্ত্তিৰ অন্যতম 'গোসাঁই' বুলি যিজনাই 'সৌন্দৰ্যৰ বুকুৰ কাঁচলি উদঙাই' অসমীয়াৰ সাহিত্যত এফালে ৰোমাণ্টিকতাৰ পাতনি মেলিলে আৰু আনহাতে চৰকাৰী চাকৰি কৰিও পৰম সাধনাৰে 'চানেকি' ৰাখি থৈ গ'ল অমৰ কীৰ্তিৰূপে। পুৰণি পুথিৰ বিৱৰণাত্মক তালিকা কৰি আগলৈ বাট দেখুৱায়ো থৈ গ'ল। সেই পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰে ভতিজাক আৰু অভিনেতা সঙ্গীত শিল্পী হৰিশ গোস্বামীৰ

ভাতৃ ৰাম গোস্বামীয়ে, ৰাজশেখৰে চেঠীৰ মুখেদি বিদূষকক পেংলাই কৰি কোৱা 'পৰম্পৰাৰে পাণ্ডিত্য লাভ কৰা' কথাষাৰৰো প্ৰমাণ কৰি দেখুৱালে। কেনেকৈ? সেইখিনি তলৰ কথাই দেখুৱায়। নিজৰ বিষয়ত পৰ্য্যাপ্ত অভিজ্ঞতা লাভৰ অৰ্থে ভাৰত চৰকাৰৰ দ্বাৰাও মনোনীত হৈ ৰাম গোস্বামীয়ে একাধিকবাৰ বিদেশ ভ্ৰমণ কৰিলে; কলম্বো-আঁচনিত অষ্ট্ৰেলিয়ালৈ, সাংস্কৃতিক বিনিময় আঁচনিত আমেৰিকালৈ তাৰ লগতে লণ্ডনলৈ, ফ্ৰান্সলৈ আৰু সন্মিলিত ৰাষ্ট্ৰ সংঘৰ নতুন দিল্লীত অনুষ্ঠিত আলোচনা চক্ৰত ভাগলৈ সেইবোৰত কি কৰি আহিল, কি দিলে, তাৰ কাৰ্য্য বিৱৰণী সমূহতে সেইখিনি লিপিবদ্ধ হৈ আছে- যিবোৰৰ সম্ভেদ সকলোৱে হয়তো নাপায়। সেয়া আনকহে দিলে; আমি কি পালো? এটা কথা সকলোৱেই একমুখে স্বীকাৰ কৰিব লাগিব যে অসমৰ গাৱেঁ ভূঞে পুথিভঁৰাল স্থাপনৰ যোগে পঢ়ুৱৈ সৃষ্টিৰ কাৰণে একক প্ৰচেষ্টাৰে চৰকাৰীখণ্ডত এটা আন্দোলন সৃষ্টি কৰা মানুহজনেই এইজন। এই আন্দোলন সৃষ্টি কৰি ইয়াক ব্যাপক ভাৱে সফল ৰূপ দিয়াত তেখেতৰ যি অনবদ্য অৰিহণা, সেইখিনি চিৰকাল স্মৰণীয় হৈ ৰ'ব। জ্ঞানৰ বিস্তাৰ আৰু ৰসোপলব্ধিৰ যোগে পুথিভঁৰালবোৰত পাঠকৰ সংখ্যা বৃদ্ধি - এই বিষয়টোক জীৱনপণ ৰূপে লোৱা মানুহজন সংগঠনতে জীৱনৰ সময় শক্তি প্ৰয়োগ কৰিও হাতত কলম তুলি ল'বলৈ পাহৰা নাই। কিন্তু কলম ধৰিলেই নহয়, তাৰ ফচলৰ মানদণ্ডইহে নিৰূপণ কৰিব সফলতা বিফলতা। সেই দিশত প্ৰকৃত মূল্যায়ণ সম্পূৰ্ণৰূপে হৈছে বুলি এতিয়াও বোধ হয় ক'ব পৰা হোৱা নাই। তেখেতৰ বিবিধ বিষয়ক সৰু বৰ প্ৰবন্ধ পাতি, যিবোৰ অ'ত ত'ত সিচঁৰিত হৈ আছে, সেইবোৰৰ সংখ্যা নিৰ্ণয় কৰাই কঠিন। গ্ৰন্থ সমালোচনা, নাটকৰ, অভিনয়ৰো সমালোচনা আদি ক'ত ক'ত কেনেকৈ পাৰ কৰি গৈছে, গোটালে হয়তো সেইবোৰেই কেইবা শতাধিক হ'ব। সময়, সংখ্যা আৰু বিষয়ৰ পৰিচয় সহ এখনি গ্ৰন্থপঞ্জী প্ৰস্তুত কৰাটো অতি আৱশ্যকীয় কাম-যাৰদ্বাৰা প্ৰভূত ভাৱে উপকৃত হ'ব ভৱিষ্যত আৰু বৰ্তমানৰো আলোচক গৱেষক সকল। এই কামটি কেৱল এগৰাকীৰেই জীৱনৰ মাথোন নহয় আমাৰ সকলো জীৱিত মৃতৰে একোখনি পঞ্জীভূত তালিকা কৰা অতি প্ৰয়োজন। যদি নিৰ্বাচিত কেইগৰাকীমানৰো তেনে ধৰণৰ গ্ৰন্থপঞ্জী প্ৰস্তুত কৰাৰ আঁচনি লোৱা হয়, তেন্তে সি অসমীয়া সাহিত্যৰ কাৰণে অতি মূল্যবান সম্পদৰূপে পৰিগণিত হ'ব। আমি জনাত ৰাম গোস্বামীৰ তেনে ধৰণৰ ৰচনা পৰ্য্যাপ্ত ৰূপেই আছে। ক'ব নোৱাৰো সংৰক্ষণৰ অভাৱত সেইবোৰ আছেনে নাই। সেইবোৰ বাচি বিচাৰি থানথিত লগাই নগ'লে কাললৈ হেৰাব।

পুথিভঁৰাল আন্দোলনৰ পৰা সাহিত্য, নাট্য জগতলৈ আগবাঢ়িল ৰাম গোস্বামীৰ কৰ্মক্ষেত্ৰ। সাহিত্য আৰু নাট দুয়োটাকে সমানে ধৰি, দক্ষতা অৰ্জন কৰিব পৰা বৰ সহজ নহয়। আনহাতে নাটক আৰু সাহিত্য দুটা বেলেগ নহ'লেও অথবা নাটক

সাহিত্যৰ এক ৰূপ বিশেষ হ'লেও এবিধ যিহেতু পৰিৱেশ্য কলাও, সেয়েহে উভয়তে সমানে কৃতিত্ব, অসাধাৰণজনৰ বাহিৰে লাভ কৰা দুৰূহ। কিন্তু ৰাম গোস্বামী সাহিত্যিক, সাহিত্য সমালোচক, ৰসিক হৈয়ো নাট্যকাৰ, নাট্য শিল্পী আৰু নাট্য কৰ্মীও। এই বিৰল সমাহাৰ এইজনৰ গাতে। সেইখিনি অন্ধপ্ৰশস্তি অথবা তোষামোদ নহয়। কাৰণ অস্তমিত সূৰ্য্যক বোলে কোনেও বন্দনা নকৰে। কাকত আলোচনীৰ বিশেষ শিতানত নিয়মীয়াভাৱে লিখাবোৰে তেখেতৰ ব্যাপক বিষয়ৰ জ্ঞান সূচিত কৰিছে। 'অসমৰ লোকনাট্য' খনিত তেখেতৰ স্বকীয় বিশ্লেষণাত্মক দৃষ্টি পৰিলক্ষিত। কিন্তু লোকনাট্যতে থমকি নৰৈ তেখেতে 'বিশ্ববিশ্ৰুত নাট্যকাৰ'ৰ পৰিচয় দাঙি ধৰিছে আৰু জীৱনী পৰ্য্যালোচনাত সামৰিছে শৰৎ চন্দ্ৰ গোস্বামী, অম্বিকাগিৰি ৰায়চৌধুৰী, মহেন্দ্ৰ মোহন চৌধুৰী আদিক। অনুবাদ কৰি উলিয়াইছে আমেৰিকাৰ প্ৰেচিডেণ্ট, তিনিখন মালায়লাম নাটক, ৰবীন্দ্ৰ নাথৰ নটীৰ পূজা আৰু নাটক আৰু নাটক নামৰ সঙ্কলন। এই অনুবাদৰ ভিতৰতে আছে আশুতোষ মুখাৰ্জী আৰু যতীন্দ্ৰ মোহন সেনগুপ্তৰ জীৱনী, ভ্ৰমণ কাহিনীত আছে 'আমেৰিকা পৰিচিতি'। সঙ্কলন সম্পাদন কৰি উলিযাইছে প্ৰবীণ ফুকনৰ নাট্যাৱলী আৰু ৰুদ্ৰ বৰুৱাৰ গীত। পলাসৰ ৰং, জীৱন-বৃত্ত, মন আৰু মন তথা অঙ্গৰাগ আদি তেখেতৰ বিশেষ অৱদান। সেয়েহে কৈছো, সাহিত্যৰ বিভিন্ন ৰূপৰ এনে বিচিত্ৰ কৰ্মৰ সকলো সামৰি, সামগ্ৰিক এক মূল্যায়ন এতিযাও হৈ উঠা নাই। তালিকা প্ৰস্তুতেই সাহিত্যৰ মান নিৰ্ণয নকৰে, সেইবোৰৰ মাজৰ সকলো কথা চালি-জাৰি চাইহে নিৰপেক্ষ বিচাৰ বিশ্লেষণ হোৱা উচিত। এই ক্ষেত্ৰত অন্য এটি কথাও সততে মনত ৰাখিবলগীয়া, সি হৈছে- সময় আৰু পৰিৱেশ পৰিস্থিতি। বিগত শতিকাৰ সাহিত্য বা শিল্পকৰ্মৰ মূল্যায়ণৰ বেলিকা এই কথা নিশ্চয় চকুৰ আগত ৰাখিব লাগিব; অন্যথা বৰ্তমান দ্ৰুতগতিত আগবঢ়া পৰিৱৰ্তিত বিশ্লেষণ বিচাৰ ধাৰাৰে সকলো সামৰিবলৈ গ'লে হয়তো কেতিয়াবা সুবিচাৰ কৰা নহ'ব, অৰ্থাৎ নিৰুৎসাহজনক ছবি এখনহে কোনো কোনো ক্ষেত্ৰত ভাঁহি উঠিব পাৰে। যিকোনো সাহিত্যৰ আলোচনা-সমালোচনাৰ ক্ষেত্ৰত এই কথা সদা স্মৰ্তব্য। ৰাম গোস্বামীৰ ৰচনাৰ মাজত সেই বোৰ কেনেদৰে প্ৰতিভাত হৈছে, তাৰ লেখ লোৱাৰ ঠাই এইখিনি নহয় যদিও, নিঃসঙ্কোচেৰে কৃব পাৰি যে সময়ৰ লগত পদক্ষেপ প্ৰদানৰ বাবে এইজন তিনিকুৰি পোন্ধৰ বছৰ বয়সতো বাস্তৱ জীৱনত সাৰথি স্বৰূপে হাতৰ লাখুটি ল'ব লগীয়া নোহোৱাৰ দৰেই মনেৰে দৃপ্তৰূপে আগবাঢ়ি গৈ আছে। সেয়েহে তেখেতলৈ আগবঢ়োৱা হৈছে সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত বিবিধ সন্মান। অসম সাহিত্য সভাই আধুনিক নাটকৰ বিষয়ত পাঠশালা অধিৱেশনত আৰু সাংস্কৃতিক সন্মিলনত দুধনৈ অধিৱেশনত তেখেতক আগভাগ দি, বিৰল সন্মান যাচিছে। শিল্পী গৰাকীক, নাট্যকাৰ নাট্যশিল্পীজনক অসম চৰকাৰে সাহিত্যিক পেন্সন প্ৰদান কৰি স্বীকৃতি দিলে এগৰাকী

সাহিত্যিক ৰূপেহে।

সুষম শব্দ প্ৰয়োগ, সৰল-পোনপটীয়া আৰু সুৰুচিপূৰ্ণ ভাষাৰ, তেখেতৰ ৰচনাসমূহত পৰিমিতিবোধ সদা বৰ্তমান। অন্য কেইটিমান গুণো তেখেতৰ ৰচনাত বিদ্যমান যিখিনি আনৰ ক্ষেত্ৰত সততে চকুত নপৰে। ৰাম গোস্বামীয়ে অসমীয়া নাটক আৰু সাহিত্যলৈ যিখিনি দিলে, সেইখিনি আমি পালো, কিন্তু তাৰ সৰহভাগেই থুপাই নোথোৱাত বিস্মৃতিত সেইবোৰ বিলীন হৈ পৰাৰ আশঙ্কা অমূলক বুলিব নোৱাৰি। সেয়েহে আমি পালো যদিও যেন পাই হেৰুৱাব লগীয়া বেদনা ভোগ কৰিবলগীয়া নহয়। সেইটিহে ডাঙৰ কথা। অনুৰাগীৰ উদ্যোগৰ অভাৱ যেন নহওক, জাতীয় সম্পদ সুৰক্ষিত হওক আৰু সময়ৰ পৰিপ্ৰেক্ষাত সেইবোৰৰ মান নিৰ্ণয় সঠিক ৰূপে ভৱিষ্যতলৈ হ'বৰো অৱকাশ ওলাওক। বয়োজ্যেষ্ঠজনলৈ ব্যক্তিগত শ্ৰদ্ধা- সম্ভাষণ, পৰমকাম্য সমগ্ৰ ৰচনা সঙ্কলন।

# শ্ৰীৰাম গোস্বামী দেৱলৈ শ্ৰদ্ধাৰে

ড° মামনি ৰয়ছম গোস্বামী
দিল্লী বিশ্ববিদ্যালয়

শ্ৰীৰাম গোস্বামী মহোদয়ক মই শৈশৱৰ পৰা জানো। তেওঁৰ সাহিত্য ৰাজিয়ে শৈশৱৰ পৰা মোক প্ৰভাৱিত কৰি আহিছে। মোৰ নিজৰ উপন্যাসৰো তেওঁ সমালোচনা কৰিছিল। কাগজত প্ৰকাশিত তেওঁৰ সমালোচনাই মোক অতিশয় আনন্দিত কৰিছিল। কাৰণ, মোৰ ভাব হৈছিল, মোৰ উপন্যাস ৰাজি তেওঁ বুজি পাইছিল। মোৰ প্ৰত্যেকটি চৰিত্ৰকে তেওঁ যেন স্পৰ্শ কৰিব পাৰিছিল।

আমাৰ পৰিয়ালৰ মাজতো শ্ৰীগোস্বামী দেৱ অতি জনপ্ৰিয় ব্যক্তি। মোৰ মা' স্বৰ্গীয়া শ্ৰীমতী অম্বিকা দেৱী গোস্বামীয়ে অসমীযা নাট্য সাহিত্যত তেওঁৰ অৱদানৰ বিষয়ে প্ৰায়ে চৰ্চা কৰিছিল। গোস্বামীদেৱ এগৰাকী শ্ৰদ্ধাবান মানববাদী নাট্যকাৰ, সাহিত্যিক আৰু সমালোচক। ৰামায়ণ সাহিত্যৰ বিষয়ে লিখা মোৰ ইংৰাজী গ্ৰন্থ "Ramayana from Ganga to Brahmaputra" ত মই শ্ৰীগোস্বামী মহোদয়ৰ লোক সংস্কৃতি মূলক গ্ৰন্থ অসমৰ লোক নাট্যৰ বিশেষ সহায় লৈছিলো। বিশেষকৈ দৰং জিলাৰ "খুলীয়া ভাওৰীযাৰ" বিষয়ে লিখা তেওঁৰ অধ্যায়ন পুষ্ট প্ৰবন্ধৰ মতামত মই গ্ৰহণ কৰিছিলো। ভৱিষ্যতে শ্ৰীগোস্বামী মহোদযৰ সাহিত্যৰ বিষয়ে বিস্তাৰিত ভাৱে লিখাৰ আগ্ৰহ মোৰ আছে।

সুখ, দুঃখ, আনন্দ, বিষাদৰ সময়ত প্ৰায়ে মই তেওঁক আমাৰ পৰিয়ালৰ মাজত পাইছিলো। মই তেওঁক মোৰ এগৰাকী অতি শুভকাঙ্খী ব্যক্তি বুলি জানিছিলো। সেয়ে এক বিখ্যাত উক্তিৰ কথা মনত পৰে— "Life is worth with all its sufferings when there is a faithful friend to weep with us."

শ্ৰীৰাম গোস্বামী মহোদয় যদিও বয়সত ডাঙৰ পৰম শ্ৰদ্ধেয ব্যক্তি, তথাপিও তেওঁ আমাৰ সুহৃদ মিত্ৰ। মই তেওঁৰ সুদীৰ্ঘ জীৱন কামনা কৰিলো।

# ... সেই গ্ৰন্থ তেওঁৰ কণ্ঠহাৰ হ'ল ...

দিলীপ কুমাৰ হাজৰিকা

বহুতো ডুখৰীয়া ছবিয়ে মনটো ভৰাই তুলিছে !
কোনখন ছবি আগতে চাওঁ কোনখন পিছলৈ থওঁ ?
সেইটোৱেই মোৰ বাবে এই ক্ষণত হৈ পৰিছে
এটি এৰাব নোৱাৰা কঠিন প্ৰশ্ন !

..... ১৯৪৭ চনৰ কলিকতা মহানগৰীক কেন্দ্ৰ কৰি পৰিস্ফুট হোৱা এটি অপূৰ্ব দৃশ্য সমন্বিত ছবিকেই প্ৰথম ছবি ৰূপে দাঙি ধৰিছিল ।

যোৱা শতিকাত কলিকতাখন আছিল অসমৰ শিল্পী সাহিত্যিক সকলৰ প্ৰাণকেন্দ্ৰ । "বাঁহী" আৰু "আৱাহন"ৰ মাজেদি অসমৰ সাহিত্য জগতত বিশেষ স্থান লাভ কৰা এই দুয়োখন প্ৰাণৱন্ত সাহিত্য আলোচনীৰ জন্মভূমি আছিল কলিকতা । এই কলিকতাৰ অগণিত ৰাজপথত বহু ইতিহাস সৃষ্টি কৰি গ'ল "বাঁহী"ৰ খনিকৰ লক্ষ্মীনাথ আৰু মাধৱ বেজবৰুৱাই । এই কলিকতাতেই অসমৰ আলোচনী জগতত খলকনি সৃষ্টি কৰা "আৱাহন"ক ফুলে ৰসে সুশোভিত কৰি অসমীয়া ভাষাৰ পঢ়ুৱৈ ৰাইজক এক বিশেষ মাদকতাৰে উন্মাদ কৰি ৰাখিছিল দীননাথ শৰ্মাই । অসমীয়া কথাছবি মহলৰো মক্কাখন আছিল কলিকতাই । এই সময়খিনিত অৰ্থাৎ ষাঠি দশকলৈকে অসমীয়া ছবি নিৰ্মাণৰ ঘাই স্থল কলিকতা হোৱা হেতুকে প্ৰত্যেকটো চলচ্চিত্ৰ নিৰ্মাণকাৰী প্ৰতিষ্ঠানে ছবি এখনৰ কাম হাতত দিবলৈ "এ"ৰ পৰা 'জেড'লৈকে সকলোখিনি কাম কলিকতাতেই কৰিব লগা হৈছিল। সেয়েহে এই চলচ্চিত্ৰ নিৰ্মাণ পৰ্বৰ মাজত সোমাই আছিল বহুতো ৰোমাঞ্চকৰ আৰু ৰোমান্টিক ঘটনাৱলী ।

তেনে এটি ঘটনাৰ মাজেদিয়েই আজি মই মোৰ এই নিবন্ধৰ নায়কৰ আপুৰুগীয়া জীৱন-যাত্ৰালৈ প্ৰবেশ কৰিব বিচাৰিছো ।

কিতাপৰ মাজতেই নিজকে বিচাৰি লোৱা অৰ্থাৎ কিতাপৰ ওচৰত সম্পূৰ্ণ ভাবে আত্মসমৰ্পণ কৰা এগৰাকী ব্যক্তিয়ে গ্ৰন্থাগাৰৰ বৈজ্ঞানিক দিশটোত জ্ঞান আহৰণ কৰিবলৈ ১৯৪৭-৪৮ চনৰ সময়ছোৱাত কলিকতা আছিল । কলিকতাত সেই সময়ত আছিল প্ৰয়াত পুৰুষোত্তম দাস আৰু প্ৰয়াত কমল নাৰায়ণ চৌধুৰী ।

এই দুয়োগৰাকীয়েই আছিল অসমৰ সাংস্কৃতিক পৃথিৱীৰ অন্যতম পুৰোধা পুৰুষ। অল ইণ্ডিয়া ৰেডিঅ'ৰ কলিকতা কেন্দ্ৰৰ যোগেদিয়েই সেই সময়ত অসমীয়া গীত-মাত, নাট আদি প্ৰচাৰিত হৈছিল। অসমীয়া ছাত্ৰসকলৰ কাৰণে ভাত ঘৰ আছিল কলিকতাৰ এই অল ইণ্ডিয়া ৰেডিঅ'ৰ কেন্দ্ৰ। সেই কেন্দ্ৰৰ সৈতে জড়িত হৈ পৰিছিল পিছৰ কালত অসমী আইৰ মুখ উজলোৱা কেইবাগৰাকীও ব্যক্তি। মনত পৰিছে প্ৰযাত পৰাগ চলিহা, আমাৰ বনদালৈ। এই কেন্দ্ৰৰ সৈতে যোগাযোগ থকা বহু কেইগৰাকী ব্যক্তিৰ ভিতৰত আজিৰ মোৰ আলোচনাৰ নায়কো আছে।

মোৰ নিবন্ধৰ এই নায়কৰ দেখা মই প্ৰবীণ ফুকন, তিলক দাস আৰু কমল নাৰায়ণ চৌধুৰী এই তিনিও গৰাকীৰ পৰাই শুনিছো। শিল্পীজন তিলক দাস আছিল মোৰ মামা, নাট্যকাৰ প্ৰবীণ ফুকন আছিল মোৰ মামাৰ পৰম বান্ধৱ। সেই যোগেদি প্ৰবীণ ফুকনে হৈ পৰিছিল প্ৰবীণ মামা। কমল নাৰায়ণ আছিল মামাৰ নিজৰ ভাইৰ লেখীয়া। কমল চৌধুৰীও হৈ পৰিছিল কমল মামা। মামা তিলক দাসে ১৯৪৭ চত আৰম্ভ কৰিছিল প্ৰাগজ্যোতিষ কলা চিত্ৰ প্ৰতিষ্ঠানৰ বেনাৰত সেই সময়ৰ আলোড়ন সৃষ্টিকাৰী চলচ্চিত্ৰ "পাৰঘাট"। "জয়মতী", "ইন্দ্ৰমালতী", "মনোমতী", "ৰূপহী", "বদন বৰফুকন", "চিৰাজ"ৰ পিছতে নিৰ্মিত হৈছিল "পাৰঘাট" কথাছবি। কলিকতাত শ্যুটিং চলি থকাৰ সময়ত কেইবাটিও দৃশ্যৰ বাবে প্ৰয়োজন হৈছিল বহুকেইজন অসমীয়া শিল্পীৰ। কমল নাৰায়ণ চৌধুৰীয়ে এনে সন্ধিক্ষণত কাষ চাপিছিল গ্ৰন্থাগাৰ বিজ্ঞানৰ জ্ঞান আহৰণ কৰিবলৈ যোৱা সেই ছাত্ৰজনক।

এই ছাত্ৰ জনেই আছিল ২৫ বছৰীয়া সুদৰ্শন যুৱক ৰাম গোস্বামী। গোস্বামী দা মোৰ বাবে আৰু আমাৰ লেখীয়া নাট প্ৰেমী হাজাৰজনৰ কাৰণে আছিল নাটক সম্পৰ্কে কৰা অনুসন্ধিৎসু সকলৰ প্ৰধান উৎস।

ৰাম গোস্বামীক কমল মামাই "পাৰঘাট"ৰ সৈতে মিতিৰ পতাত সফল হ'ল। এখন গাওঁৰ মৌজাদাৰ আৰু সেই সময়ত গঞা পটভূমিত নিৰ্মিত "পাৰঘাট"ৰ কেইবাটিও দৃশ্যত ৰাম গোস্বামীদাক দৰ্শকে দেখিছিল। এটি দৃশ্যত মৌজাদাৰৰ শোষণৰ বিৰুদ্ধে গঞা ৰাইজৰ হৈ যিজন যুৱকে উদাত্ত কণ্ঠত আৱাজ তুলিবলৈ আহ্বান জনাইছিল সেইজনেই আছিল ৰাম গোস্বামী। নাট্যকাৰ, কবি, সাহিত্যিক আৰু সবাতোকৈ উল্লেখনীয় সাংস্কৃতিক সমালোচক ৰাম গোস্বামীৰ সুগন্ধি জীৱন-যাত্ৰা "পাৰঘাট"ৰ মাজেদি আৰম্ভ হৈছিল।

গ্ৰন্থাগাৰৰ বিশেষ খিতাপি অৰ্জন কৰি ৰাম গোস্বামীয়ে গোটেই জীৱন গ্ৰন্থৰ মাজতেই সমৰ্পণ কৰি গ'ল। কিতাপৰ প্ৰতি প্ৰেম থকা এই ৰাম গোস্বামীয়েই অসমৰ গ্ৰন্থাগাৰ আন্দোলনৰ সকলো দিশত মৌলিক পৰিবৰ্ত্তন সাধন কৰাত কৃতকাৰ্য্য হৈছিল। মেঘালয় গঠন হোৱাৰ পিছত শ্বিলঙৰ পৰা গুৱাহাটী হৈ

অসমৰ ৰাজধানী স্থানান্তৰিত হ'ল । শ্বিলঙৰ চালে চকু ৰৈ যোৱা গ্ৰন্থাগাৰ এৰি থৈ আহি ৰাম গোস্বামীয়ে নতুনকৈ ন শৈলীৰে গুৱাহাটীত ৰাজ্যিক পুথিভঁৰাল গঠন কৰিলে ।

গ্ৰন্থাগাৰৰ মূল বিষয়া হৈ থকাৰ কালছোৱাত আৰম্ভ হ'ল ৰাম গোস্বামীৰ নাট ৰচনাৰ পৰিক্ৰমা । কালক্ৰমত অসমীয়া নাট আৰু ৰাম গোস্বামী এই দুয়োটা যেন অভিন্ন হৈ পৰিল । কলিকতাত "লেনিন" চোৱাৰ পিছত গুৱাহাটীৰ মঞ্চত চাইছিলো ৰাম গোস্বামী বিৰচিত নিজস্ব প্ৰয়োগশৈলীৰে প্ৰস্তুত কৰা জনপ্ৰিয় নাট "লেনিন" । "লেনিন"ৰ জীৱন ইতিহাস ৰাম গোস্বামীৰ নাটক আৰু নাট্য প্ৰভাকৰ সত্য প্ৰসাদ বৰুৱাৰ অভিনয়ৰ মাজেৰে চিৰস্মৰণীয় হৈ থাকিল । ৰাম গোস্বামী আৰু সত্য প্ৰসাদ দুয়ো গৰাকীকেই সুধিবলৈ মন যায় "আকৌ এবাৰ দুয়োজনে লগ লাগি আমাক "লেনিন" নাটক খন দেখুৱাওকচোন ।" অসাধাৰণৰ মাজত সৰু সৰু সাধাৰণ চৰিত্ৰ তৈয়াৰ কৰি দৰ্শক আৰু পঢ়ুৱৈক চমকৃত কৰাৰ কিটিপ ৰাম গোস্বামীৰ আছে । বহিৰ্বাস্তৱ আৰু অন্তৰ্বাস্তৱৰ দুৰ্বোধ্য, জটিলতা আমি পাইছিলো ৰাম গোস্বামীৰ 'জীৱন বৃত্ত' নাটকত । প্ৰত্যেক নাটকৰ প্লট অতি সূক্ষ্মভাবে বিন্যাস কৰি চৰিত্ৰ সমূহক কেনেকৈ জীৱন্ত কৰি তুলিব পাৰি তাৰ উদাহৰণ আমি "পিঞ্জৰা"ত পাইছিলো । ইংৰাজী "মাউচ ট্ৰেপ"ৰ আৰ্হিত ৰচিত এই বিশ্ব ৰেকৰ্ড সৃষ্টি কৰা নাটখনিক সম্পূৰ্ণভাবে গোস্বামীয়ে আমাৰ দেশৰ মাটিৰ গোন্ধ দিযাব পাৰিছিল ।

কবি সঙ্গীতকাৰ হেমাঙ্গ বিশ্বাসে এটি কবিতাত নিজৰ কথা লিখোতে এনেকৈ কৈছিল—

"ধানৰ সাগৰত এখন সাঁকোৰ ওপৰত
এদিন থিয় হৈ আছিল এটি কিশোৰ
সেই ধান তাৰ গান হ'ল
কেতিয়া, সি নাজানে ।"

ৰাম গোস্বামীৰ জীৱনতো সেই হেমাঙ্গ বিশ্বাসৰ অনুভৱ মই বিচাৰি পাইছো—

মই এনেকৈ ক'ব খুজিছো —

"গ্ৰন্থৰ সাগৰত এখন সাঁকোৰ ওপৰত
এদিন থিয় দি আছিল এজন যুৱক
সেই গ্ৰন্থ তেওঁৰ কণ্ঠহাৰ হ'ল
কেতিয়া, তেওঁ নাজানে ।"

ৰাম গোস্বামীৰ গ্ৰন্থপ্ৰেমৰ কথা কৈ থাকোতেই আজিৰ পৰা ৯ বছৰৰ আগৰ এটি ঘটনালৈ মনত পৰিছে । ঘটনাটোৰ গুৰিতেই আছিল এখন অভিনন্দন গ্ৰন্থৰ প্ৰস্তুতিৰ আঁৰত থকা এগৰাকী বিদগ্ধ ব্যক্তিৰ কথা । অভিনন্দন গ্ৰন্থ খন আছিল

নাট্য প্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাক ৭৫ বছৰীয়া জীৱন সম্পূৰ্ণ হোৱা বছৰত তেওঁৰ গুণমুগ্ধ বন্ধুবৰ্গই আয়োজন কৰা জন্ম জয়ন্তীৰ আদৰণীয় আৰু স্মৰণীয় গ্ৰন্থখন । এই গ্ৰন্থখন নতুন আঙ্গিকেৰে প্ৰস্তুত কৰিছিল ৰাম গোস্বামীয়ে । অসমীয়া ভাষাৰ এনে শৈলীৰ পুথিৰ ভিতৰত সত্য প্ৰসাদ বৰুৱা অভিনন্দন গ্ৰন্থ এখনি উচ্চ গ্ৰন্থ হিচাপে উত্তৰসুৰীয়ে সদায়েই মনত ৰাখিব । অৱশ্যে ইয়াৰ সম্পূৰ্ণ কৃতিত্ব দাবী কৰিব পাৰে আমাৰ ৰাম গোস্বামী দাই । তিনিশ পৃষ্ঠাৰো অধিক এই বিয়াগোম গ্ৰন্থখনিৰ প্ৰকাশনাৰ দিশত আলোড়নৰ সৃষ্টি হ'ল । সত্য প্ৰসাদৰ জন্ম-জয়ন্তীৰ মধ্যমণি হৈ পৰিল ৰাম গোস্বামী। কেইদিনমান পিছতেই ৰাম গোস্বামী ভয়ানক ভাবে ৰোগগ্ৰস্ত হৈ পৰিল। ৰাম গোস্বামী হৃদ ৰোগত আক্ৰান্ত হৈ ডাউন টাউন হস্পিটালত পৰি থকা সময়ত মই আৰু নট সম্ৰাট গিৰিশ চন্দ্ৰ চৌধুৰী একেলগে হস্পিটাললৈ গৈছিলো। "আই চি কেবিন"ত শায়িত ৰাম গোস্বামীক চাই চাই গিৰিশ দাই কৈছিল, "কিতাপখনৰ প্ৰকাশ কালত গোস্বামীয়ে ইমান প্ৰচণ্ড শ্ৰম কৰিলে যে শৰীৰে সেইযা সহ্য কৰিব নোৱাৰিলে।" তেতিয়া মই ভাবিছিলো গোস্বামীদাই ইমান আপোন পাহৰা হৈ কেনেকৈ প্ৰত্যেক কামৰ মাজত নিজকে সমৰ্পণ কৰিব পাৰে? গোস্বামী দাই এই শক্তি ক'ৰ পৰা পাইছে ? নিজে পিছত সুধিছিলো— "দাদা, কাম আন্তৰিকতাৰে কৰিব লাগে হয়, কিন্তু সেযা নিজৰ শৰীৰটো সঁপি দি কেতিয়াও কৰিব নালাগে।" গোস্বামী দাই একো নকৈ মাথোন এটি স্বভাৱসুলভ মৃদু হাঁহিৰে মোক তেওঁৰ উত্তৰটো দিছিল।

কামৰ মাজত আপোন পাহৰা হৈ পৰা 'Out Look' কাকতৰ প্ৰথিতযশা সম্পাদক বিনোদ মেহতাই কৈছিল — "The only thing I hae learned after a quarter century of editing is quite simply this . Take your work seriously but not yourself." অৰ্থাৎ গোটেই জীৱনটো সম্পাদনাৰ মাজত নিজকে নিযোজিত ৰাখি মই দুটা কথা লিখিছো । নিজৰ কাম সম্পূৰ্ণ আন্তৰিকতাৰে কৰা । কিন্তু সেই কামে যাতে তোমাৰ শৰীৰ কাঢ়ি লৈ নাযায় তালৈকো চকু ৰাখিবা ।"

ৰাম গোস্বামীক এতিয়াও দেখা পাওঁ নিজকে কেনেকৈ বিভিন্ন কামত নিমগ্ন কৰি ৰাখিছে । য'তেই নাট, ত'তেই ৰাম গোস্বামী, য'তেই কবি সমাবেশ ত'তেই ৰাম গোস্বামী, য'তেই সংস্কৃতিৰ মেলা ত'তেই ৰাম গোস্বামী । বিৰামহীন ভাবে এইজনা মানুহে নাটক চাইছে, নাটক লিখিছে, নাটক মঞ্চস্থ কৰাইছে । কবিতা লিখিছে, কবিতা গাইছে আৰু অতি বৈজ্ঞানিক ভাবে বিভিন্ন বিষযৰ মনোগ্ৰাহী সমালোচনা বিভিন্ন আলোচনী আৰু কাকতলৈ আগবঢ়াই আহিছে । এইজনেই আমাৰ সাংস্কৃতিক জগতৰ চিৰজাগ্ৰত অন্যতম অক্লান্ত ৰণুৱা ৰাম গোস্বামী ।

গোস্বামীদাই সকলো কাম নিয়াৰিকৈ কৰি যাওক । আমি কোনো বাধা আৰোপ

নকৰো । কিন্তু . . ... । এটা বৃহৎ কিন্তু দেই ! মই ৰাম গোস্বামীক বিনোদ মেহতাৰ লেখীয়াকৈ ক'ব খোজো এটি কথা — "Take your work seriously but not yourself."

আমি শাস্ত্রত উল্লেখ পাওঁ যে তিনি প্ৰকাৰৰ ভোগৰ ইচ্ছা মানুহৰ দুখ-কষ্টৰ প্ৰকৃত কাৰণ। এটা হ'ল পুত্ৰৈষণা, বিত্তৈষণা আৰু লোকৈষণা । শেষৰটো হ'ল নিজৰ নামৰ কাৰণে আৰু খ্যাতিৰ কাৰণে ক্ষুধা। এই ক্ষুধাৰ কবলত আমাৰ চিৰ চেনেহৰ সংস্কৃতি সেৱী ৰাম গোস্বামীদা পৰা নাই। গুণসম্পন্ন ৰাম গোস্বামী হৈছে বিনয়ৰ প্ৰতীক। এই বিনয়ী ৰাম গোস্বামীৰ মাজত মই নাট্য সাধনাৰ এজন সাধকক বিচাৰি পাওঁ। এয়া যেন ঈশ্বৰ প্ৰদত্ত । বিশ্ববিখ্যাত অৰ্থনীতিবিদ ৰাধা কুমুদ মুখাৰ্জীৰ সন্মুখত এজন দোকানীক এগৰাকী অৰ্থনীতিৰ অধ্যাপকে ঠাট্টা-মস্কৰা কৰি থকা দেখি মুখাৰ্জীয়ে কৈছিল— "দোকান আৰম্ভ কৰাৰ মাজতো এটা আৰ্ট লুকাই আছে । যিকোনো মানুহেই ইচ্ছা কৰিলেই দোকানী হ'ব নোৱাৰে। দোকানী হ'বলৈ সাধনাৰ আৱশ্যক। দোকান, যোগ অন্য যোগৰ দৰেই কঠিন যোগ।"

নাট্যকাৰৰ এই মহান কৌশল ৰাম গোস্বামীয়ে সাধনাৰ মাজেদি গঢ়ি তুলিছে । যিকোনো জনে ইচ্ছা কৰিযেই কবি, শিল্পী, নাট্যকাৰ হ'ব নোৱাৰে । সংস্কৃতিৰ যোগ অন্য যোগৰ দৰেই কঠিন যোগ ।

ৰাম গোস্বামীৰ বহু প্ৰশংসিত "মাদল" কিবা অসুবিধাৰ বাবে সিদিনা ৰবীন্দ্ৰ ভৱন মঞ্চত চাব নোৱাৰিলো । গোস্বামীদাক কৈছো এইবাৰ মঞ্চস্থ হ'লেই চাম । সকলো কথাতেই ৰাম গোস্বামীৰ নম্ৰতাৰে পুৰ্ণ মনোভাৱ প্ৰতিপক্ষই লক্ষ্য কৰে । এইক্ষেত্ৰত গোস্বামীৰ কোনো প্ৰভুত্ব খটোৱা অথবা জোৰেৰে প্ৰতিপক্ষক কিবা কোৱাটো কোনেও কেতিয়াও দেখা নাই । শাৰীৰিক শক্তিৰ মাজেৰে কোনেও কাকো জয় কৰিব নোৱাৰে, সেয়া ৰাম গোস্বামী দাৰ কোনে বুজি পায ? কবি গুৰু ৰবীন্দ্ৰনাথে এবাৰ কবি 'জীৱনানন্দ দাস'লৈ এখন চিঠিত লিখিছিল ঃ

"জোৰ দেখানো যে জোৰেৰ প্ৰমাণ তা নয়, বৰঞ্চ উল্টো" ।

বন্ধুবৰ্গৰ মাজত ৰাম গোস্বামী সবাতকৈ এটা কথাই ওচৰ চপাই আনে । সেয়া হৈছে গ্ৰন্থপ্ৰেমী ৰাম গোস্বামী যিজনৰ জীৱন বৃত্ত বৰ্ণনাওঁতে মই ইতিমধ্যে কৈছো-- "সেই গ্ৰন্থ তেওঁৰ কণ্ঠহাৰ হ'ল" ।

ইতিহাসৰ পাতত স্তব্ধ হৈ পৰা "পাৰঘাট"ৰ একমাত্ৰ ঐতিহাসিক দস্তাবেজ এখন "বুকলেট" এতিযাও মোৰ ওচৰত আছে । ইয়াতেই ভুমিকাৰ বান্ধোনত সোমাই আছে ৰাম গোস্বামী । ভুমিকাত উল্লেখিত সকলৰ মাজত মাথোন জ্ঞানদা বাইদেউ আৰু আছে গীতিকাৰ ভুপেনদাৰ নামটো ।

# প্ৰাগজ্যোতিষ কলাচিত্ৰৰ নিবেদন
# "পাৰঘাট"

কাহিনী আৰু সংলাপ — প্ৰবীণ ফুকন

গীতিকাৰ — আনন্দিৰাম দাস, পুৰুষোত্তম দাস, ভূপেন্দ্ৰ কুমাৰ হাজৰিকা, পুণ্যপ্ৰসাদ দুৱৰা

চিত্ৰশিল্পী — অনীল বানাৰ্জী,

সহকাৰী — অজয় মিত্ৰ, শান্তি গুহ

শব্দযন্ত্ৰী — মৃত্যুঞ্জয় মল্লিক

সহকাৰী — জগৎজিৎ দাস

শিল্প নিৰ্দেশক — বীৰেন নাগ

সহকাৰী — সুনীল সৰকাৰ

চিত্ৰ-সম্পাদনা — বৈদ্যনাথ চট্টোপাধ্যায়

ৰূপসজ্জা — প্ৰাণানন্দ গোস্বামী

সহকাৰী — দেবী, গোবৰ্দ্ধন

সঙ্গীত পৰিচালনা — গন্ধৰ্ব

প্ৰচাৰ সচিব — যোগেন বৰকাকতী

টেকনিকেল ডিৰেক্টৰ — কল্যাণ গুপ্ত

সহযোগিতাত — কমল চৌধুৰী, ভবেন দাস, চিত্তবৰ্দ্ধন

## পৰিচালনা — খনিকৰ

ভূমিকাত — জ্ঞানদা কাকতী, মলযা দাস, সৰ্ব্বেশ্বৰী দেৱী, তৰু দাস, চন্দ্ৰ ফুকন, সৰ্বেশ্বৰ চক্ৰৱৰ্ত্তী, যোগেন বৰকাকতী, প্ৰবীণ ফুকন, ভুবনেশ্বৰ বুজৰ বৰুৱা, যোগেন বৰদলৈ, শৰৎ দাস, কমল চৌধুৰী, অমলেন্দু, ভবেন দাস, ৰমেশ দাস, ৰাম গোস্বামী, মাধব চৌধুৰী, এম্ এচ হুড প্ৰভৃতি।

---

ইন্দ্ৰলোক ষ্টুডিঅ'ত বি এ শব্দযন্ত্ৰত গৃহীত আৰু ফিল্ম ছাৰ্ভিছ লেবৰেটৰীত পৰিস্ফুটিত।

# শ্ৰীৰাম গোস্বামীৰ ব্যক্তিত্ব ঃ এটি অভিক্ষেপ

ড° প্ৰদীপ জ্যোতি মহন্ত

আমাৰ পঢ়াশলীয়া দিনৰ কথা। মাধ্যমিক স্তৰত পঢ়োতে বছৰৰ শেষত বা নতুন বছৰৰ আৰম্ভণিতে 'অসম বাণী' ত বছৰটোৰ সাহিত্য শীৰ্ষক ৰচনা এখন প্ৰায়ে পঢ়িবলৈ পাওঁ। শিৱসাগৰ নগৰৰ পৰা কিছুদূৰৰ আমাৰ গাৱঁত দৈনিক বাতৰিকাকতৰ প্ৰচলন নাছিলেই। 'অসম বাণী' আৰু 'জনমভূমি'ৰ যোগেদিয়েই বহিৰ্বিশ্বৰ লগত বা বাতৰিৰ জগতখনৰ লগত আমাৰ শৈশৱৰ সম্পৰ্ক স্থাপিত হৈছিল। 'অসম বাণী'ত ওলোৱা সেই বছৰৰ সাহিত্য লেখনিটো পিছলৈ আগ্ৰহেৰে পঢ়িছিলো আৰু একপ্ৰকাৰ বিস্ময় বোধ কৰিছিলো লেখকজনৰ প্ৰতি। বছৰটোত ৰচিত বা প্ৰকাশিত অসমীয়া সাহিত্যৰ প্ৰায়সকলো কিতাপ নিয়মীয়াকৈ সংগ্ৰহ কৰি, পঢ়ি তাৰ সাৰোদ্ধাৰ কৰি বহল পাঠক সমাজক জনোৱাৰ সেই কষ্টকল্পিত পৰ্যায়টোৰ পাঠক সমাজক জনোৱাৰ সেই কষ্টকৰ পৰ্যায়টোৰ সামগ্ৰিকৰূপৰ কথা ভাবি নিজেই মনৰ মাজত পুলক অনুভৱ কৰিছিলো আৰু লেখক জনৰ প্ৰতি অজানিতে শ্ৰদ্ধা জন্মিছিল। বিদ্যালয়ৰ পৰা কলেজ, বিশ্ববিদ্যালয়ৰ দিনতো সম্ভৱপৰ স্থলত সেই লেখনিটো পঢ়িবলৈ চেষ্টা কৰিছিলো। এনেদৰে শ্ৰীৰাম গোস্বামী নামৰ লেখকজনৰ সৈতে এই লেখনিৰ মাজেদি আনুভূতিক সংযোগ এটা আশৈশৱ ঘটিছিল। তেখেতৰ আনবোৰ লেখা বা আন কৰ্মৰাজিৰ লগত আৰু ব্যক্তিজনৰ সৈতে ঘনিষ্ঠ পৰিচয় বহুদিনলৈকে ঘটা নাছিল।

১৯৭৭ চনৰ কথা। চাকৰিসূত্ৰে আকাশবাণী গুৱাহাটী কেন্দ্ৰত যোগদান কৰিছিলো। ডিচেম্বৰ মাহৰ কোনোবা এটা দিনত কথিকা শাখাৰ তেতিয়াৰ প্ৰযোজক শ্ৰী নিৰ্মল দত্তৰ কোঠাত বছৰৰ সাহিত্যৰ বিষয়ে কথিকা প্ৰচাৰ কৰিবলৈ অহা শ্ৰী ৰাম গোস্বামীদেৱক মুখামুখিকৈ পালো। স্মৃতিৰ শিহৰণৰ অনুভূতিত শৈশৱৰ পৰা 'বছৰৰ সাহিত্য' লেখনিৰ লেখনিবোৰৰ যোগেদি লাভ কৰা আনন্দ আৰু অভিজ্ঞতাখিনিয়ে ঢৌ খেলি গ'ল। প্ৰথম সাক্ষাতেতে তেখেতৰ সদ্ভাৱপূৰ্ণ আন্তৰিকতাত মনটো ভৰি পৰিছিল। মই জড়িত হৈ থকা 'যুৱবাণী' অনুষ্ঠানটোৰ যোগেদি প্ৰচাৰিত দুটামান বিশেষ অনুষ্ঠানৰ সম্পৰ্কত তেখেতৰ প্ৰশাংসাৰে উছাহ যোগাইছিল।

এনেদৰে সংযোগ ঘটা শ্ৰীযুত ৰাম গোস্বামীদেৱক যোৱা দশককেইটাত বহল পৰিসৰত অধিকতৰ আন্তৰিক সান্নিধ্যৰ মাজেদি বিভিন্নৰূপ আৰু ভূমিকাত পাইছো।

অসমৰ গ্ৰন্থাগাৰ আন্দোলনৰ এজন দিক্‌পাল, নাট্যকাৰ, নাটসমালোচক, সাহিত্যকাৰ গুণগ্ৰাহী ব্যক্তিত্বৰ গৰাকী শ্ৰীৰামগোস্বামীৰ আন দুটা গুণৰ বিষয়ে মোৰ পোণপটীয়া পৰিচয় নঘটিল। সেয়া হ'ল নৃত্যশিল্পী আৰু গায়ক শ্ৰীৰাম গোস্বামী। গোলাঘাটৰ সত্ৰীয়া পৰিবেশত ডাঙৰ হোৱা গোস্বামীদেৱ মূলতঃ এজন নৃত্য-নাট্য শিল্পী আছিল বুলি আনৰ যোগেদি শুনাতেই থাকিল। শ্বিলঙৰ বছৰবোৰত তেতিয়াৰ অসমৰ ৰাজধানী চহৰখনত অসমীয়া সংস্কৃতিৰ সণ্চালনিকৈ চৰ্চা কৰাই নহয়, চৰ্চাৰ পৰিমণ্ডল এটা নিৰ্মাণ স্থপতিসকলৰ অন্যতমো আছিল তেখেত। এই কেইটা দিশৰ সৈতে সম্পৰ্ক নঘটিলেও যোৱা একদশকত আন এজন ৰাম গোস্বামীক নিবিড় ভাবে পাই আহিছো।

শ্বিলঙৰ অসমীয়া সংস্কৃতিসাধনাৰ সেইবছৰবোৰত শ্ৰী ৰাম গোস্বামীদেৱৰ কৰ্ম, অসমত গ্ৰন্থাগাৰ আন্দোলনৰ এজন প্ৰধান হোতা আৰু ৰাজ্যিক গ্ৰন্থাগাৰিকৰূপে তেখেতৰ অৱদান আদিৰ বিষয়ে সেই সময়বোৰত তেখেতক ঘনিষ্ঠভাৱে পোৱা চিন্তাশীল কোনোব্যক্তিয়ে আলোচনা কৰিব। শ্বিলঙৰ পৰা ৰাজ্যিক পুথিভঁৰাল গুৱাহাটীলৈ নামি আহোতে গ্ৰন্থৰ ভাণ্ডাৰ ভাগ কৰি দুষ্প্ৰাপ্য দুৰ্মূল্য গ্ৰন্থৰাজিক একাংশ শ্বিলঙত এৰি থৈ আহিব লগা হোৱাত তেখেতৰ বেজাৰ পৰিলক্ষিত হৈছিল। গুৱাহাটীৰ কাৰ্যালয়ত সততে নোপোৱা দুস্প্ৰাপ্য প্ৰসংগ পুথি সমূহৰ প্ৰতি পঢুৱৈ সকলৰ মাজত তুলনামূলক ভাবে কম সমাদৰ দেখি মনত বাৰে বাৰে ভাব হৈছিল সম্পদখিনিৰ লগতে সেইবোৰৰ যথাযোগ্য ব্যৱহাৰৰ প্ৰতি তেখেত কিমান সচেতন। এই একান্তবোধ বাস্তবিকতে তেখেতৰ গ্ৰন্থ প্ৰীতিৰ সুন্দৰ নিদৰ্শন। গুৱাহাটীতে তেখেতৰ লগত মোৰ ঘনিষ্ঠ ভাবে লগ পোৱাৰ সুযোগ আৰু সৌভাগ্য গঢ়ি উঠিছিল।

এসময়ত অতিশয় সক্ৰিয় ৰূপত অসমৰ সাংস্কৃতিক জীৱনৰ বলিষ্ঠ ভূমিকা গ্ৰহণ কৰা অসম একাডেমী বিভিন্ন কাৰণত অলপ নিশকতীয়া অৱস্থালৈ গৈছিল। সেই অৱস্থাৰ পৰা ঘূৰাই আনি ইয়াক এক সবল আৰু সুস্থ পৰম্পৰাৰ গৰাকী কৰাৰ উপৰিও বিভিন্ন পৰিকল্পনাৰে ইয়াক কৰ্মনিষ্ঠ স্বেচ্ছাসেৱী প্ৰতিষ্ঠানৰূপে সবল ভেটি এটা যি সকল ব্যক্তিয়ে গঢ় দিলে তাৰ মাজত শ্ৰী ৰাম গোস্বামীও প্ৰধান ৰূপত আছে। ড° ভুবনমোহন দাস, সভাপতি আৰু অধ্যাপক তফজ্জুল আলি, সচিব হোৱাৰে পৰা অসম একাডেমীৰ গতিপ্ৰবাহ সলনি হোৱাৰ যি প্ৰক্ৰিয়া আৰম্ভ হ'ল, শ্ৰী গোস্বামীদেৱো তাৰ অংশীদাৰ। অনুষ্ঠানটোৰ সৈতে জড়িত থাকি মন কৰিছো, শ্ৰীগোস্বামীদেৱে নিৰলসভাৱে একাডেমীৰ কামৰ মাজলৈ তেখেতৰ পৰামৰ্শ আৰু ভূমিকাৰে এনে এক মাত্ৰা আনিবলৈ প্ৰয়াস কৰি আহিছে যিটোৱে এই অনুষ্ঠানটোৰ কাৰ্যপদ্ধতিত নতুন বিন্যাস সংযোগ কৰাই নহয়, অসমৰ সংস্কৃতিৰ সাম্প্ৰতিক পৰিমণ্ডলতো

শুভফলপ্ৰদ কৰিছে। চৰকাৰী অনুদানৰহিত কেৱল নিজ ধনেৰে চলা একাডেমীৰ পুঁজি কোনো কোনো সময়ত নাটনি হলেই শ্ৰী গোস্বামীদেৱে আপোন মনেৰে একাধিকবাৰ নিজৰ গাথিৰ ধনো আগবঢ়াইছে বিভিন্ন কাৰণত। অথচ ধনেৰে বৈ বৈ যোৱা অৱস্থাও নহয় তেখেতৰ। একাডেমীৰ নিজাববীয়াকৈ সম্প্ৰতি হৈ উঠা পণ্ডিত তীৰ্থনাথ শৰ্মা সভাঘৰ নিৰ্মাণ হৈ থকাৰে পৰা হৈ উঠালেকে অৰ্থসংকটৰ কালছোৱাতো একাডেমীক বিভিন্ন কামৰ পৰিকল্পনাৰ মাজেদি গতিশীল কৰি ৰাখিবলৈ সভাপতি ড° ভুৱন মোহন দাসৰ লগতে প্ৰয়াত ফণী তালুকদাৰ আৰু শ্ৰী গোস্বামীদেৱে সদা সচেষ্ট ভাবে ভূমিকা গ্ৰহণ কৰি আহিছে। যশ আৰু অৰ্থলাভৰ বাবে চাৰিওফালে চলা দৌৰৰ মাজত সম্প্ৰতি ৰাজহুৱা অনুষ্ঠান প্ৰতিষ্ঠানৰ বাবে স্বেচ্ছামূলক অবৈতনিক সেৱা আগবঢ়োৱা ব্যক্তি প্ৰায় কমি আহিছে - বিশেষকৈ উঠি অহা চামৰ মাজত। অৱস্থাৰ তাড়নাত এনে হৈছে বাবে দোষো দিব নোৱাৰি কাকো। কিন্তু শ্ৰী গোস্বামীদেৱৰ নিচিনা এচাম মানুহে ওৰেটো জীৱন নিজৰ বৃত্তিৰ সমান্তৰাল ভাৱে স্বেচ্ছামূলক সেৱাৰে অসমীয়া সাহিত্য সংস্কৃতিৰ সমৃদ্ধিৰ হকে যি সেৱা আগবঢ়াই আহিছে নিৰন্তৰ আমি সেইবোৰৰ গম গতি হয়তো ৰখাই নাই।

সৃষ্টিশীল সাহিত্যকাৰৰূপে শ্ৰী ৰাম গোস্বামীদেৱৰ মূল্যায়ন (তেখেতৰ নাটৰ পৰা শেহতীয়াকৈ প্ৰতীক্ষা ৰচনাৰ মাজেদি ঔপন্যাসিকৰূপত আত্মপ্ৰকাশলৈকে) সুকীয়া স্তৰত সুকীয়া গহীন আলোচনাৰ বিষয় হ'ব। একে দৰে তেখেতৰ আন দুখন মূল্যবান গ্ৰন্থ 'অঙ্গৰাগ' আৰু 'অসমৰ লোকনাট্যপৰাম্পৰা ও সম্পূৰ্ণ সুকীয়া আলোচনাৰ বিষয়। সেইটো দিশ বাদ দিও গ্ৰন্থ আলোচনাৰ মাজেদি তেখেতে অসমীয়া পাঠকৰ মন যোৱা দশকবোৰত সমৃদ্ধ কৰি আহিছে। সাহিত্যসমালোচনাৰ ধাৰাৰ প্ৰাজ্ঞপুৰুষ তেখেত নহয় বা হ'বলৈ তেখেতে প্ৰয়াসো কৰা নাই। কিন্তু ভিন্নসুৰী, ভিন্ন বক্তব্যধৰ্মী গ্ৰন্থসমূহক পাঠকমনৰ কাষ চপাই দি তেখেতে গ্ৰন্থ সমালোচনা (book review) জাতীয় অলেখ লেখনিৰে পাঠক আৰু গ্ৰন্থকাৰৰ মাজৰ সেতুগঢ়োতা ৰূপত অসমীয়া সাহিত্যৰ মহৎ কাম এটি কৰি আহিছে। তেখেতৰ ব্যক্তিত্ব আৰু মনত সদাবৰ্তমান গুণগ্ৰাহিতাৰ সুবিমল স্পৰ্শ এই লানি ৰচনাত সঞ্চাৰিত হৈ আছে। এই গ্ৰন্থসমূহৰ বিষয় নিৰ্বিশেষ expansiveness যেন গোস্বামীদেৱৰ বহল উদাৰমনৰ ফালে বাৰে বাৰে আঙুলিয়াই দিয়ে। লগতে নিভৃত হৈ আছে কিতাপ আৰু জ্ঞানৰ প্ৰতি তেখেতৰ এক commitment।

এই commitment শব্দটোৱে মনলৈ আনিছে শ্ৰী গোস্বামীদেৱৰ চিন্তাৰ আন এটা দিশলৈ। সেই সম্পৰ্কেও অৱহিত হৈছো ব্যক্তিগত সান্নিধ্যৰ মাজেদি অসমৰ বৈষ্ণৱ জাগৰণৰ বিষয়ে মোৰ গৱেষণাকৰ্মৰ বিষয়ে বোধকৰো ড° মহেশ্বৰ নেওগ

চাৰে তেখেতৰ আগত কিবা ভাল মন্তব্য দিছিল। সেই আপাহতে শ্ৰী গোস্বামীদেৱে এই দিশত অধিক কামত আগবাঢ়িবলৈ ব্যক্তিগতভাবে মোক উদ্‌গণি দি আহিছে। তদুপৰি যোৱা এক দশক জুৰি 'শংকৰদেৱ অধ্যয়ন কেন্দ্ৰ' (Forum for Sankaradeva Studies) নামৰ বিদ্যায়তনিক অনুষ্ঠানটোৰ এগৰাকী একান্ত শুভানুধ্যায়ী ব্যক্তিৰূপত শ্ৰী গোস্বামী দেৱক পাইছো। সত্ৰীয়া সংগীত - নৃত্যক স্বতন্ত্ৰ পৰিৱেশ্য কলাৰূপে অগ্ৰণী ভূমিকা লোৱাসকলৰ অন্যতম প্ৰয়াত জীৱেশ্বৰ গোস্বামীদেৱৰ স্মৃতিত এটি বক্তৃতাও আয়োজন কৰোৱাইছে অধ্যয়ন ক্ষেত্ৰৰ যোগেদি শ্ৰী গোস্বামীয়ে, পৰিয়ালৰ আন সদস্যসকলৰ সহযোগত। যোৱা দশকটোত একেদৰে এই সৰু সংস্থাটোৱে আয়োজন কৰা বিভিন্ন অনুষ্ঠান, সময়ে সময়ে গ্ৰহণ কৰা বিভিন্ন প্ৰয়াসৰ প্ৰতি তেখেতে আন্তৰিকতাৰে গঠনমুখী আলোচনাৰে সহযোগিতা আগবঢ়াইছে। আন কথাত ক'বলৈ গ'লে, শঙ্কৰদেৱৰ লগতে অসমৰ বৈষ্ণৱজাগৰণৰ সুকৃতি সমূহৰ প্ৰসাৰ, সত্ৰীয়া সংগীত নৃত্য-নাট্য কলাপ্ৰভৃতি পৰম্পৰাসমূহৰ সংহত অধ্যয়ন গবেষণাৰ যি কোনো শুভপ্ৰয়াসৰ প্ৰতি গভীৰ নিষ্ঠা (commitment) শ্ৰী গোস্বামী দেৱৰ ব্যক্তিত্বৰ আন এক দিশ। আনবোৰ কথা বা দিশৰ উপৰিও এই কথাটোৰ কাৰণেও স্বাভাৱিক ভাৱে তেখেতৰ প্ৰতি মোৰ মনত এক বিশেষ শ্ৰদ্ধাৰ ভাব নিজৰ মনতো জন্ম হৈছে।

আজি চাৰিও ফালে স্বাৰ্থ, প্ৰতিষ্ঠা আৰু বৈষয়িকতাৰ নিগনিচঞ্চল দৌৰে সমাজখনক ক্ৰমান্বয়ে এক প্ৰকাৰ যান্ত্ৰিক, বস্তুতান্ত্ৰিক ব্যৱস্থালৈ ঠেলি নি আছে, তাৰ মাজত শ্ৰী ৰামগোস্বামী দেৱৰ দৰে সুন্দৰ মন আৰু চাৰুময় ব্যক্তিত্বৰ অধিকাৰী ব্যক্তিসকলেই সমাজখনক জীপাল কৰি ৰাখিছে। স্বাৰ্থৰ গোন্ধহীন সাধনা শক্তিয়ে সামাজিক মনৰ মাজত যি সকলে এক প্ৰেৰণাৰ পোহৰ সঞ্চাৰিত কৰি ৰাখিছে, সেইসকলৰ ব্যক্তিত্বৰ পোহৰতে উত্তৰসুৰীয়ে বাটবুলিব লাগিব। শ্ৰী ৰাম গোস্বামী ইয়াৰ অন্যতম।

# সকলোৰে মৰমৰ নাট্যকাৰ শ্ৰী ৰাম গোস্বামী

## মেজৰ সত্যব্ৰত ভূঞা লহকৰ

শ্ৰী ৰাম গোস্বামীৰ জ্যেষ্ঠ ভাতৃ শ্ৰী গোবিন্দ গোস্বামী কটন কলেজত আই-এ প্ৰথম বাৰ্ষিকত আমি পঢ়িবলৈ আৰম্ভ কৰোঁতে আৰু বহুতৰ লগতে আমাৰ সহপাঠী আছিল। সেই সূত্ৰে ৰাম গোস্বামী আমাৰ অনুজ প্ৰতীম মৰমৰ সহোদৰ ভাতৃৰ দৰে।

ৰাম গোস্বামী ছিলঙত অবিভক্ত অসমৰ ষ্টেট লাইব্ৰেৰীয়ানহৈ থাকোতে আৰু পিছলৈ গুৱাহাটীত অসমৰ ষ্টেট লাইব্ৰেৰীয়ান ৰূপে ডিষ্ট্ৰিক্ট আৰু চাব ডিভিজন লাইব্ৰেৰীবোৰৰ বাবে আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ মাহেকীয়া জনপ্ৰিয় আলোচনী 'নাম নাই' খন বছৰেকীয়া বৰঙণিৰ বিনিময়ত পঠিয়াবলৈ সুবিধা কৰি দিছিল।

ইয়াৰ উপৰি 'নামনাই' খনৰ উন্নতিৰ হকে বিভিন্ন সময়ত দিহা পৰামৰ্শ আগবঢ়াইছে। বাচকবনীয়া প্ৰবন্ধেৰেও তেওঁ সময়ে সময়ে 'নামনাই'ত অৱদান দি আছে।

নাট্যকাৰ আৰু সাহিত্যিকৰূপে ৰাম গোস্বামী ইতিমধ্যে লব্ধপ্ৰতিষ্ঠ হৈছে। ইং ১৯৯৬ চনত 'নামনাই' ৪০ বছৰীয়া জয়ন্তী ৰবীন্দ্ৰ ভৱনত উদ্‌যাপন কৰা উপলক্ষে গুৱাহাটী পৌৰ নিগমৰ প্ৰাক্তন মেয়ৰ অধ্যাপক বিনয় ভূষণ চৌধুৰী, প্ৰসিদ্ধ সাংবাদিক তথা অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰী কীৰ্তি নাথ হাজৰিকা, অধ্যাপক তথা প্ৰাক্তন ডি-পি-আই আশ্ৰফ আলি, নাট্যকাৰ আৰু প্ৰখ্যাত সমালোচক শ্ৰী ৰাম গোস্বামী, বৰপেটাৰ সাহিত্যিক শ্ৰীমতী তৰুলতা দাস, সেই সময়ত অসমৰ ডি-পি-আই শ্ৰী টাবু ৰাম টাইদ আৰু সমাজ কৰ্মী শ্ৰী আশুতোষ বেনাৰ্জিক ৰাজহুৱাভাবে সম্বৰ্ধনা জনোৱা হৈছিল।

গুৱাহাটী আজি কেইবছৰ মান আগতে জজ খেলপথাৰত মহাপুৰুষ দামোদৰ দেৱৰ বিশাল জন্মোৎসৱ উপলক্ষে "দেৱ দামোদৰ" নামদি এখনি আকৰ্ষণীয় স্মৃতি গ্ৰন্থ প্ৰকাশ কৰা হৈছিল। সেইখনৰ সম্পাদকৰ দায়িত্ব আমাৰ ওপৰত অৰ্পণ কৰি সাহিত্যাচাৰ্য সত্যেন্দ্ৰ নাথ শৰ্মাক সম্পাদনা সমিতিৰ সভাপতি, ৰাম গোস্বামীক উপ

সভাপতি, ড° নিৰ্মল প্ৰভা বৰদলৈ আৰু ড° ভগৱান চন্দ্ৰ লহকৰ প্ৰমুখ্যে কেইজনমান পণ্ডিত ব্যক্তিক সদস্য ৰূপে লৈ আমাক প্ৰয়োজনীয় দিহা দিয়াৰ ব্যৱস্থা হৈছিল।

ইং ২০০১ চনৰ মে' মাহত 'নামনাই' ৪৫ বছৰীয়া জয়ন্তী তথা ৫০ বছৰীয়া সোণালী জয়ন্তী উৎসৱৰ আৰম্ভণী। সেই উপলক্ষে ভূতপূৰ্ব মুখ্য ন্যায়াধীশ শ্ৰী ডম্বৰুধৰ পাঠকক সভাপতি, নাট্যকাৰ শ্ৰী ৰাম গোস্বামীক কাৰ্যকৰী সভাপতি, ন্যায়াধীশ (অঃ) শ্ৰী ভোলানাথ শৰ্মাক মুখ্য উপদেষ্টা, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য (কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি), অসম সাহিত্য সভাৰ প্ৰাক্তন উপ সভাপতি শ্ৰী যতীন গোস্বামী আৰু বুৰঞ্জী-পুৰাতত্ত্ব বিভাগৰ সঞ্চালক ড° জিতেন দাসক উপদেষ্টা, অসম ৰত্ন মেজৰ সত্যব্ৰত ভূএগ লহকৰক সচিব- প্ৰধান আৰু কেবাজনো সচিব আৰু সদস্যেৰে উদ্‌যাপন সমিতি গঠিত হৈছে।

শ্ৰী ৰাম গোস্বামী অসম নাট্য সন্মিলনৰ এগৰাকী বিশিষ্ট কাণ্ডাৰী। অসম চৰকাৰে ইতিমধ্যে তেওঁক "সাহিত্যিক পেঞ্চন" দি স্বীকৃতি দিছে। নানান সভা-সমিতিৰ লগত তেওঁ ওতঃ প্ৰোত ভাৱে জড়িত। সকলো মানুহৰ লগতে তেওঁৰ অমায়িক ব্যৱহাৰে সহজে আপোন কৰি লয়।

তেওঁ নিয়মানুবৰ্তিতা মানি চলে। কাৰোবাক কথা দিলে সেইটো ভঙ্গ নকৰে। সভা-সমিতিত নিৰ্দিষ্ট সময়ত উপস্থিত হ'বলৈ তেওঁ সদায় সজাগ। শ্ৰী ৰাম গোস্বামী কেবাখনো মূল্যবান গ্ৰন্থৰ গ্ৰন্থকাৰ। সেই গ্ৰন্থবোৰে সুধী সমাজৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। কবলৈ পাহৰিছোঁ, 'নামনাই' ৪৫ বছৰীয়া জয়ন্তী সংকলন সম্পাদনা সমিতিৰো সভাপতি শ্ৰী ৰাম গোস্বামী। সেই দিশত বহুতো মূল্যবান দিহা তেওঁ আগবঢ়াইছে। সেইবোৰ কাৰ্যত প্ৰতিফলিত হলে জয়ন্তী সংকলনখন নিশ্চয়ে অতি আকৰ্ষণীয় হ'ব। তেওঁ ইমানবোৰ সজগুণৰ অধিকাৰীযে, তেওঁক লৈ আমি গৌৰৱ কৰিব পাৰোঁ। তেওঁৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলো।

জয়তু শ্ৰী ৰাম গোস্বামী।

# সান্নিধ্যৰ অনুভৱ

ড° মালিনী গোস্বামী

সুউচ্চ পাহাৰৰ নামনিতে বৈ পাহাৰৰ উচ্চতা অনুমান কৰিব নোৱাৰি, বৰং পাহাৰীয়া বন-বিৰিখৰ স্নিগ্ধ কোমলতাহে অনুভৱ কৰিব পাৰি। দূৰৈৰ পৰা আকৌ পাহাৰৰ উচ্চতাৰ সঠিক অনুমান কৰিব পাৰি হয়, কিন্তু সেউজ শ্যামলিমাৰ স্পৰ্শসুখ পাব নোৱাৰি। ঠিক তেনেদৰে কোনো প্ৰতিভাবান ব্যক্তিৰ বহুমুখী প্ৰজ্ঞাৰ উচ্চ চূড়া ওচৰতে থকা আত্মীয়জনে সততে পৰিমাপ কৰিব নোৱাৰে। কিন্তু তেনে প্ৰজ্ঞাবান জনৰ মধুৰ ব্যক্তিত্বৰ প্ৰভাৱ ওচৰত থকাজনে গভীৰ ভাৱে অনুভৱ কৰিব পাৰে।

শ্ৰীযুত ৰাম গোস্বামী মোৰ আত্মীয়। ঘৰুৱা সম্বন্ধেৰে তেখেত মোৰ বৰদেউতা। তেনে ওচৰ সম্বন্ধেৰে মই তেখেতৰ লগত হোৱা বাগালাপৰ মাজত অভিভাৱকসুলভ স্নেহৰ অনুমান পাইছো। আৰু আনহাতেদি সাহিত্য সভা, অসম একাডেমী আদি অনুষ্ঠানৰ মঞ্চত তেখেতৰ অধ্যয়নপুষ্ট উচ্চ চিন্তাধাৰাৰ সম্যক পৰিচয় পাইছো।

নাট্যকাৰ, সমালোচক, প্ৰাৱন্ধিক, অনুবাদক আৰু সম্পাদক শ্ৰীযুত ৰাম গোস্বামীৰ সামাজিক স্থিতি বিদ্বৎ মণ্ডলীৰ অগোচৰ নহয়। এতিয়ালৈকে পঁচিশখন বিভিন্ন স্বাদৰ সৰু বৰ গ্ৰন্থৰ প্ৰণেতা, সম্পাদক আৰু অনুবাদক ৰাম গোস্বামীয়ে চাৰি-পাঁচটা দশকৰ আগতেই চিন্তাশীল লেখক ৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল যদিও আমাৰ স্কুলীয়া দিনত তেখেতৰ কিতাপবোৰৰ নামো মনত ৰখাৰ কথা ভবা নাছিলো। ঠিক ওচৰৰ জনে পাহাৰৰ চূড়াটো নেদেখাৰ দৰে কিন্তু যেতিয়া সমজুৱাৰ এজন হৈ তেখেতৰ বক্তৃতা শুনিবলৈ আৰম্ভ কৰিলো আৰু গধুৰ মননশীল ৰচনাৰ অৰ্থ উদ্ধাৰ কৰিব পৰা হ'লো, তেতিয়াহে তেখেতৰ ভাৱ আৰু চিন্তাৰ জগতখনৰ পৰিধি চিনিবলৈ ল'লো। 'অংগৰাগ' আৰু 'অসমৰ লোকনাট্য'ৰ দৰে গ্ৰন্থত তেখেতৰ তথ্য সংগ্ৰহৰ নিপুণতা আৰু উপস্থাপন ৰীতিৰ সমতা লক্ষ্য কৰিলো। তেনেদৰে 'বিশ্ব-বিশ্ৰুত নাট্যকাৰ'ৰ দৰে গ্ৰন্থত তেখেতৰ বিষয়-বিশ্লেষণৰ দক্ষতা আৰু সমীক্ষাত্মক দৃষ্টি ভঙ্গীৰ সম্যক আভাস পালো। উত্তৰ কামৰূপ কলেজৰ অধ্যক্ষ শ্ৰী তৰুণ শৰ্মাই পি. এইচ্ ডিৰ বাবে 'নলবাৰী জিলাৰ লোক - পৰিবেশ্য কলা' শীৰ্ষক গবেষণা গ্ৰন্থ প্ৰস্তুত কৰিবৰ বেলিকা

শ্ৰীযুত গোস্বামী দেৱৰ 'অসমৰ লোকনাট্য'খন খৰচি মাৰি পঢ়িবলৈ কৈছিলো। শ্ৰীশৰ্মাই তেওঁৰ গৱেষণা গ্ৰন্থত কৃতজ্ঞতাৰে সেইখন কিতাপৰ ঋণ স্বীকাৰ কৰিছে। এনেদৰে বিদ্যায়তনিক প্ৰয়োজনত পঢ়িবলগীয়া হোৱা তেখেতৰ গ্ৰন্থবোৰত মই সততে এজন গৱেষকৰ পৰিশ্ৰম আৰু অধ্যৱসায়ৰ পৰিচয় পাই আহিছো। আন সকলো সাৰস্বত সাধকৰ দৰে ময়ো তেখেতৰ জ্ঞান-প্ৰতিভাক লক্ষ্য কৰিছো আৰু শ্ৰদ্ধাৰ ভাৱেৰে গ্ৰহণ কৰি আহিছো। এয়া দূৰৰ পৰা লক্ষ্য কৰা শ্ৰীযুত গোস্বামীদেৱৰ প্ৰজ্ঞা আৰু প্ৰতিভাৰ উচ্চ সৌধৰ পৰিমাপ।

কিন্তু বৰদেউতাৰূপে তেখেতক ওচৰত লগ পোৱা সময়ত তেখেতৰ যিটো স্বভাৱত সততে মুগ্ধ হৈ আহিছো, সেইটো হৈছে তেখেতৰ গুণগ্ৰাহীতা। ক'ৰবাত আমাৰ ৰচনা এটি ওলালে, বৰদেউতাৰ হাতত যদি পৰে বা ক'ৰবাত এষাৰ কথা ক'বলগীযা হ'লে যদি তাত তেখেত উপস্থিত থাকে থিতাতে তেখেতে শলাগনি সূচক মন্তব্য এষাৰ দিয়ে। বৰদেউতাৰ এনে গুণগ্ৰাহীতাই আমাক সদায় উৎসাহ যোগায়। এই সন্দৰ্ভত শ্ৰী মাধৱদেৱৰ নামঘোষাৰ এটি ঘোষালৈ মনত পেলাব পাৰি। ঘোষাটি এনে— অধমে কেৱল দোষ --- লৱয় মধ্যমে গুণ— দোষ লৱে কৰিয়া বিচাৰ। উত্তমে কেৱল গুণ লৱয় — উত্তমোত্তমে অল্পগুণ কৰয় বিস্তাৰ, বৰদেউতাৰ এনে গুণগ্ৰাহীতাই আমাক উৎসাহ যোগালেও সি কিন্তু সদায় সমালোচনা ধৰ্মীহে হয। আমি যুটীয়াভাৱে সম্পাদনা কৰা এখন গ্ৰন্থৰ তেখেতে সমালোচনা লিখিবলগীযা হৈছিল। সেই গ্ৰন্থ-সমীক্ষা প্ৰকাশ পোৱাৰ আগতেই এদিন গুৱাহাটী ক্লাবৰ ফুটপাথতে মোক লগ পাই গ্ৰন্থখনৰ সম্পাদনাত থকা খুটি নাটি বোৰ থোৰতে কৈ দিযাৰ লগতে মোৰ প্ৰবন্ধটিৰ ত্ৰুটীসমূহো আঙুলিয়াই দি গ'ল। তেখেতৰ এনে সমালোচনা মূলক মন্তব্য — লিখাতেই হওঁক বা কোৱাতেই হওঁক সদায় গঠনমূলক আৰু নিমজ। সেয়েহে আমাৰ দৰে কনিষ্ঠ সকলৰ বাবে তেনে মন্তব্য সদায় অনুপ্ৰেৰণা দায়ক হয়। আচলতে সদালাপী বৰদেউতাৰ ভাযাত যথাৰ্থবাদী সমালোচকৰ উগ্ৰ আক্ৰমণাত্মক ভঙ্গী কেতিযাও দেখা নায়।

বৰদেউতাৰ আৰু এটা গুণে সদায় আমাক আকৰ্ষণ কৰে। সেইটো হৈছে তেখেতৰ সময সচেতনতা। অসম একাডেমী, সাহিত্য সভা, বিবেকানন্দকেন্দ্ৰ, আবিলেক আদি সকলোৰে সভা সমিতিত তেখেতে নিৰ্দিষ্ট সময়ৰ পোন্ধৰ-কুৰি মিনিট আগতেই আসন লয়হি। ভাষণ দিবৰ বেলিকাও চমু বক্তব্য নিৰ্দিষ্ট সময়তে শেষ কৰে। ভালেমান সভাত এই কথা মই বিশেষ ভাৱে লক্ষ্য কৰিছোঁ। সদায় পৰিপাটি, সময়োপযোগী সাজ, অকণো হেৰফেৰ নোহোৱাকৈ, মসৃণকৈ আচোঁৰা চুলিত সদায় বৰদেউতাৰ ৰুচিবোধৰ পৰিচয় পাইছো। লগ পালেই ঘৰৰ খবৰ সোধা বৰদেউতাৰ কথাত

আত্মীয়তা অনুভৱ কৰি আহিছোঁ। আৰু এটা কথা মন কৰিছোঁ - বৰদেউতাৰ সৎসঙ্গ লিপ্সা প্ৰবল। 'ঐতিহাসিক পণ্ডিত ডক্টৰ সূৰ্য্য কুমাৰ ভূঞা' নামৰ প্ৰবন্ধত তেখেতে লিখিছে 'গুৱাহাটীলৈ আহিলেই তেখেতৰ ঘৰলৈ মই প্ৰায়ে গৈছিলো।' তেনে একাধিক সুধী সজ্জনৰ লগত বৰদেউতাৰ বন্ধুত্বৰ কথা তেখেতে আন আন প্ৰবন্ধতো লিখিছে। এতিয়াও লক্ষ্য কৰো; গুৱাহাটীৰ বিদ্বান মণ্ডলীৰ সভালৈ তেখেতৰ আহ যাহ বেছি।

অৱসৰ গ্ৰহণৰ পিছত নিয়মীয়া জীৱন-পদ্ধতি আৰু সাৰস্বত সাধনাই বৰদেউতাৰ বাণপ্ৰস্থী জীৱনলৈ শৃংখলা কঢ়িয়াই আনিছে আৰু শৃংখলাই আনিছে সফলতা। কিন্তু এটা কথা নকও বুলিলেও ক'ব লাগিব যে এনে এক পৰিচ্ছন্ন আৰু সফল জীৱনৰ উদ্যোক্তাৰূপে জিনু বৰমাৰ সহযোগিতা আৰু মানসিক পোষকতা আমি সকলোৰে স্বীকাৰ কৰা উচিত হ'ব। যোৱা তিনিকুৰি পোন্ধৰটা বছৰৰ সাফল্যই বৰদেউতালৈ নিশ্চয় নতুন উদ্যম আৰু নতুন প্ৰেৰণা কঢ়িয়াই আনিব। অনাগত বছৰবোৰেও তেখেতলৈ প্ৰচুৰ সমৃদ্ধি আগবঢ়াই দিয়ক — এয়ে প্ৰাৰ্থনা।

# বহুমুখী প্ৰতিভাৰ ৰাম গোস্বামী দেৱ ঃ জন্মদিনৰ চিন্তা

ড° অমৰ জ্যোতি চৌধুৰী

মানুহজনৰ সাজপাৰ সচৰাচৰ সাধাৰণ, সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ মাজতে তেখেতৰ সহজ বিচৰণ, কথাই বতৰাই অমায়িক, অতি সৰবৰহী লোক। নাটক আৰু নৃত্য-গীতৰ জগতত বিপুল সমাদৰ তেখেতৰ, নাট্যকাৰ ৰূপে নাট্যপ্ৰেমীৰ মাজতো অতি জনপ্ৰিয় তেখেত। তেখেতে ৰচা নতুন নাটকৰ অভিনয়ৰ সুযোগ পাবলৈ নাট্যকৰ্মীয়ে সঘনে ভিৰ কৰে তেখেতৰ ঘৰত। নাটকৰ সমালোচক আৰু নাট্যচিন্তাৰ সূত্ৰপাত কৰোতা ৰূপেও প্ৰচুৰ খ্যাতি তেখেতৰ। কিন্তু কেৱল সেয়াই তেখেতৰ পৰিচয় নহয়। কিছু কাষলৈ গ'লেই মানুহজনৰ আন এটা ৰূপ জল্‌জল্ পট্‌পট্ হৈ পৰে। সেয়া হৈছে মানুহজনৰ অধ্যযনমুখিতা। বৃত্তিত তেখেত এজন নামী পুথিভঁৰালী। পুথিভঁৰালী ৰূপেও সফলতা আৰ্জি থৈছে তেখেতে। অসমৰ পুথিভঁৰাল ব্যৱস্থাৰ সংগঠনত তেখেতৰ অপৰিসীম অৱদান। জাতীয় আৰু আন্তৰ্জাতিক পৰ্যাযত আলোচনাচক্ৰ আৰু বিভিন্ন সমিতিৰো আসন শুৱাইছে তেখেতে। এইদৰে বৃত্তিগতভাবে কিতাপৰ সৈতে তেখেতৰ সহজ সান্নিধ্য আছে সঁচা। কিন্তু সকলো পুথিভঁৰালীৰে কিতাপ পঢ়াৰ প্ৰতি আগ্ৰহ সমান নহয়। একে আষাৰতে ক'বলৈ গ'লে এখেতৰ কিন্তু কিতাপ পঢ়াৰ প্ৰতি আগ্ৰহ অসাধাৰণ। কিন্তু কিতাপ পঢ়াৰ পৰা পোৱা তেখেতৰ জ্ঞান নিজৰ মাজতেই সীমাৱদ্ধ হৈ থকা নাই। ব্যক্তিগত জ্ঞানৰ অমৃত মথি তেখেতে ৰচিছে অনেক কিতাপ। অসমীযা সাহিত্যৰ প্ৰতি এইবোৰ হৈছে বলিষ্ঠ অৱদান। মুঠকথাত অসমৰ সমাজ-সংস্কৃতিৰ বৰ্ণাঢ্য ব্যক্তি তেখেত। সেইগৰাকী সভা-শুৱনি লোক শ্ৰীযুত ৰাম গোস্বামী দেৱৰ পঁয়সত্তৰ বছৰীযা জন্মদিন উপলক্ষে এনেবোৰ কথাই মনলৈ আহি ভিৰ কৰিছেহি।

মৌলিক চিন্তাৰ লগতে ছাঁ লৈ লিখা আৰু অনুবাদ কৰি লিখা তেখেতৰ অনেক নাটকে অসমীয়া নাট্য সাহিত্যৰ ভঁৰাল চহকী কৰিছে। পলাশৰ ৰং, লেনিন, মালায়লম নাটকৰ অনুবাদ আৰু 'নাটক আৰু নাটক' নামৰ তিনিখন বিশ্ববিশ্ৰুত নাটকৰ অনুবাদ অসমীয়া সাহিত্যৰ প্ৰতি তেখেতৰ বিশেষ উল্লেখনীয় অৱদান। তেখেতৰ অনুবাদ কৰা বা ছাঁ লৈ লিখা নাটকসমূহৰ বৈশিষ্ট্য এয়ে যে তাত অনুবাদৰ নাম গোন্ধেই নাই। সংলাপ ৰচনাৰ ক্ষেত্ৰত তেখেতৰ দক্ষতাও অনস্বীকাৰ্য। নাট পৰিচালনাৰ ক্ষেত্ৰতো বিশেষ প্ৰশংসা বুটলি লৈছে গোস্বামীদেৱে। মই নিজে গোস্বামী দেৱৰ অভিনয় দেখা নাই। কিন্তু 'পাৰঘাট' কথাছবিত তেখেতে এক বিশেষ ভূমিকাত কৃতকাৰ্যতাৰে অভিনয় কৰাৰ কথা এতিয়া

অসমীয়া চলচিত্ৰৰ ইতিহাসৰ অংশ।

গোস্বামী দেৱৰ আৰু এটা বিশেষগুণ গুৱাহাটীৰ নাট মঞ্চৰ সৈতে জড়িত লোক সকলে বাৰুকৈয়ে জানে। সেয়া হৈছে নাটকৰ চূড়ান্ত আখৰা চাই তেখেতে সচৰাচৰ নাট প্ৰদৰ্শন উন্নত কৰাৰ বাবে দিয়া কিটিপৰ সুফল। সেইবাবেই বিভিন্ন নাট্যদলে তেখেতক চূড়ান্ত আখৰাৰ দিনা মতাটো আজি কিছুদিন আগলৈকে প্ৰায় নিয়ম হৈ আছিল। ব্যক্তিগত ভাবে 'নায়িকা নাট্যকাৰ'ৰ অভিনয়ৰ সময়ত তেখেতে দিয়া দিহা পৰামৰ্শৰ কথা মই কৃতজ্ঞতাৰে সোঁৱৰো। নাটকৰ বিভিন্ন দিশত তেখেতৰ তাত্বিক আৰু ব্যৱহাৰিক জ্ঞান বিভিন্ন জনৰ বাবে শ্ৰদ্ধাৰ বিষয়ে। এনে এজন বহুমুখী প্ৰতিভাৰ লোক অসমৰ নাট্যজগতে পোৱাটো অতি সৌভাগ্যৰ বিষয়ে। সত্ৰীয়া সংস্কৃতিৰ সম্পৰ্কত তেখেতৰ জ্ঞানৰ পৰিসৰেও আমাক চমক খুৱাই আহিছে।

অসমীয়া উপন্যাস সাহিত্যলৈও শ্ৰদ্ধেয় গোস্বামীদেৱৰ অৱদান নিসন্দেহে স্মৰণীয় হৈ ৰ'ব তেখেতৰ 'প্ৰতীক্ষা' নামৰ উপন্যাসখন সমসাময়িক অসমৰ এক বলিষ্ঠ চিত্ৰণ। নাটকত চৰিত্ৰ অঙ্কণৰ যি নিপুণতা আৰু সংযম আয়ত্ত কৰিছিল সেযা উপন্যাসৰ ক্ষেত্ৰত আৰু পৰিষ্কাৰ হৈ পৰিছে। গোস্বামী দেৱে নিজেই লিখিছে —

"উপন্যাস লিখা মোৰ একমাত্ৰ বাসনা নহয়। মোৰ অভিজ্ঞতাও অসাধাৰণ নহয়। কাৰণ মই নাটকৰ মানুহ। উপন্যাসত মোৰ কলম হয়তো খহটা। এনে কাম দুঃসাধ্য বুলি নাভাবি যত্ন কৰি চাবলৈ মই আগবাঢ়িলো। কাৰণ মই দেখিছো - মনৰ অভিযানত নাটক আৰু উপন্যাসৰ বিষয় বস্তু একেই, মাত্ৰ আংগিকৰ তফাৎ। 'মানুহ' হৈছে দুয়োটা ক্ষেত্ৰৰে মূল কেন্দ্ৰবিন্দু। দুযোটাতে জীৱনৰ উত্তাপ বিৰাজমান।" এই উপলব্ধিৰেই উপন্যাস ৰচনাৰ যি অভিযানত তেখেত নামিল সেয়ে অসমীয়া উপন্যাস সাহিত্যৰ ক্ষেত্ৰত এক সংবেদনশীল সংযোজন বুলি স্বীকৃত হৈছে। শুনিবলৈ পাইছো যে তেখেতৰ 'বিষন্ন হৃদয়' আৰু 'স্বাগত বিদায' নামৰ উপন্যাস ছপাৰ বাবেও প্ৰস্তুতি আৰম্ভ হৈছে। গোস্বামীদেৱৰ এই উপন্যাসলৈ আমি আশাৰে বাট চাই ৰ'লো।

ব্যক্তিগত কথোপকথনৰ পৰা আমি জানো যে অসমৰ সমাজ-সংস্কৃতিৰ প্ৰতি তেখেতৰ একনিষ্ঠ শ্ৰদ্ধা। সেইবুলি প্ৰয়োজনবোধে বিদেশী সংস্কৃতিৰ উত্তম অংশৰে প্ৰয়োজনবোধে আমাৰ সংস্কৃতিৰো ৰহণ চৰাবলৈ তেখেতে বিভিন্ন সময়ত প্ৰয়াস কৰি আহিছে। সমসাময়িক অসমৰ ঘটনাৱলীয়ে যে তেখেতক কষ্ট দিয়ে সেয়া তেখেতৰ লগত কথাপাতিলেই স্পষ্ট হৈ পৰে। নাটক আৰু উপন্যাসৰ জৰিয়তে সেই পৰিবেশৰ পৰা উত্তৰণৰ প্ৰাসঙ্গিক চিন্তাও তেখেতে কৰিছে। তেখেতৰ নিয়মীয়া শিতানসমূহতো তাৰ জিলিঙনি দেখিবলৈ পাইছো। শয়নে-সপোনে অসমৰ কথা, ভাৰতৰ কথা চিন্তা কৰা এই গৰাকী বহুমুখী প্ৰতিভাৰ জন্মদিনত এটাই আমাৰ কামনা - বহু বছৰ জীয়াই থাকি গোস্বামীদেৱে অসমীয়া নাটক, সাহিত্য, কিতাপ আৰু সমাজ জীৱনলৈ তেখেতৰ বহুমূলীয়া অৱদান যোগাই থাকক।

# শ্ৰী ৰাম গোস্বামী ঃ মোৰ উপলব্ধিৰে

## ড° ভুবন মোহন দাস

এই পৃথিবীৰ জন অৰণ্যত কেতিয়াবা এনে একো এগৰাকী বিশেষ ব্যক্তিৰ লগত কোনো উপলক্ষে পৰিচিত হোৱা যায় যি গৰাকীৰ কোনো গুণে মনত গভীৰ ৰেখাপাত কৰে, অজানিতে সৌহাৰ্দ্যপূৰ্ণ মধুৰ সম্বন্ধ তেওঁৰ লগত গঢ়ি উঠে। মোৰ জীৱনত লগ পোৱা তেনে এগৰাকী ব্যক্তি হ'ল শ্ৰদ্ধাভাজন শ্ৰী ৰাম গোস্বামীদেৱ। তেওঁৰ নাম বহু দিনৰ পৰাই শুনি আছিলো। প্ৰথমতে তেওঁক জানিছিলো অসমৰ গ্ৰন্থাগাৰলৈ প্ৰভূত বৰঙণি আগবঢ়োৱাএগৰাকী বিশিষ্ট গ্ৰন্থাগাৰিক ৰূপে। পিচত জানিলো গোস্বামী এগৰাকী প্ৰতিভাশালী নাট্যকাৰ, শিল্প সংস্কৃতিৰ একান্ত সাধক। সময়ত পৰিচয় ঘটিল তেওঁৰ সাৰ্থক সাহিত্য সৃষ্টিৰ লগত, সমালোচনামূলক মূল্যবান লিখনি সমূহৰ লগত।

গোস্বামীৰ লগত মোৰ ব্যক্তিগত চিনাকি বৰ বেছি দিনীয়া বুলি ক'ব নোৱাৰি। এতিয়াৰ পৰা প্ৰায় দহ বাৰ বছৰ পূৰ্বে তেওঁৰ লগত মোৰ পৰিচয় ঘটে। আমাৰ মাজৰ প্ৰধান যোগসূত্ৰ হ'ল স্বৰ্গীয় বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে প্ৰতিষ্ঠা কৰা গুৱাহাটীৰ অসম একাডেমী ফৰ্ কালচাৰেল ৰিলেচনস্ নামৰ ঐতিহ্যপূৰ্ণ অনুষ্ঠানটো। গোস্বামীক লগ পালো. তেওঁৰ ব্যক্তিত্ব, মধুৰ ব্যৱহাৰ, মিষ্ট ভাষণ, অনাড়ম্বৰ জীৱনে মোক আকৰ্ষণ কৰিলে। আমাৰ মাজত ঘনিষ্ঠ সম্বন্ধ গঢি উঠিল। একাডেমীৰ কাৰ্যসূচীবোৰৰ বিষয়ে আলোচনা কৰিবলৈ তেওঁক সঘনে লগ পোৱা হ'লো। অনুষ্ঠানটোৰ প্ৰতি তেওঁৰ অকৃত্ৰিম স্নেহ, আস্থা, সেইটোৰ উন্নতিৰ বাবে তেওঁৰ উৎসাহ, উদ্যম, প্ৰচেষ্টা দেখি মুগ্ধ হ'লো। সময় যোৱাৰ লগে লগে জানিব পাৰিলো তেওঁ কেইবাটাও ৰাজহুৱা অনুষ্ঠানৰ লগত বিশেষভাৱে জড়িত। কোনোটোৰ একান্ত সেৱক। কোনোটোৰ গুৰি ধৰোঁতা। প্ৰত্যেকটোৰ উন্নতি কল্পে তেওঁ চিন্তা কৰে, কাৰ্যসূচী হাতত লয়। এনে এগৰাকী ব্যক্তিৰ লগত কাম কৰাৰ আনন্দ কাম কৰোঁতা জনেহে উপলব্ধি কৰিব পাৰে। তেওঁৰ পৰা সদায়ে সজ পৰামৰ্শ পোৱা যায়। নিস্বাৰ্থ ভাৱে ৰাজহুৱা কাম কৰা এগৰাকী আদৰ্শ পুৰুষ শ্ৰীৰাম গোস্বামী। ভাল কামৰ বাবে নিজৰ সময়, আনকি প্ৰয়োজন হলে গাঠিৰ ধন খৰচ কৰিবলৈও তেওঁ কুণ্ঠা বোধ নকৰে।

গোস্বামীৰ বক্তৃতা শুনিছো। বচা বচা শব্দ প্ৰয়োগ কৰি কম কথাৰে শ্ৰোতাৰ মন স্পৰ্শ কৰাৰ সামৰ্থ্য তেওঁৰ আছে। তেওঁৰ দ্বাৰা ৰচিত কেইবাখনো মূল্যবান পুথি

পঢ়িছো। পিচে তেওঁৰ সাহিত্য সৃষ্টিৰ সমালোচনা কৰিবলৈ মই নাযাওঁ। সেই কাম যোগ্য ব্যক্তিয়ে কৰিব। মাত্ৰ ইয়াকে ক'ব খোজো- তেওঁৰ লিখা মই মনযোগ দি পঢ়োঁ, কাৰণ পঢ়ি ভাল লাগে। আনন্দ পাওঁ।

বহুতো গ্ৰন্থাগাৰিকে গ্ৰন্থৰ, লিখকৰ, প্ৰকাশকৰ নাম আদি জানিয়েই সন্তুষ্ট। গ্ৰন্থ পঢ়াৰ বাবে বহুতে সময় উলিয়াবলৈ নিবিচাৰে। কিন্তু গোস্বামী তাৰ ব্যতিক্ৰম। তেওঁ কিতাপ পঢ়ে, বেছি পৰিমাণেই পঢ়ে, গভীৰভাৱেই পঢ়ে। গ্ৰন্থৰ ৰসাস্বাদন কৰে। তাৰ নিদৰ্শন তেওঁৰ লিখনি সমূহত পোৱা যায়।

নতুন লেখক-লেখিকাক উৎসাহ যোগোৱাৰ কথা মোৰ নিজৰ অভিজ্ঞতাৰ পৰাই ক'ব পাৰোঁ। আমাৰ কন্যা শ্ৰুতিমালাৰ এখন কিতাপ উন্মোচন অনুষ্ঠানত সভাপতিৰ আসনৰ পৰা তেওঁ তাইৰ লিখা সম্বন্ধে যিখিনি উৎসাহজনক কথা ক'লে সেয়ে তাইক লিখি যাবলৈ প্ৰেৰণা যোগালে। তাইৰ নিচিনা ন-লেখিকাৰ পুথি-সমালোচনা প্ৰকাশ কৰি তাইক উদ্‌গনি দিলে। এইয়া আমাৰ কন্যাৰ ক্ষেত্ৰতে যে প্ৰযোজ্য তেনে নহয়, আন ন-লেখাৰুকো তেওঁ মৰমৰ চকুৰে চায়। সাহিত্যৰ জগতত এনে ব্যক্তি বিৰল।

অসম একাডেমীৰ বিষয়ে আলোচনা কৰোঁতে গম পাইছিলো তেওঁৰ বহুতো পৰিকল্পনা আছে, যিবোৰ কাৰ্যত পৰিণত কৰিব পাৰিলে অকল অসম একাডেমীয়ে নহয়, সমাজো উপকৃত হ'ব।

গোস্বামী এগৰাকী বহু গুণসম্পন্ন ব্যক্তি বুলি সকলোৱে জানে। তেওঁ একেধাৰে নাট্যকাৰ, ঔপন্যাসিক, সমালোচক। নানান ৰাজহুৱা অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত সক্ৰিয় ভাৱে জড়িত ব্যক্তি। কিন্তু এই সকলোবোৰৰে উৰ্ধত তেওঁৰ আছে এটি মানৱ দৰদী মন। মানুহক তেওঁ ভাল পায়। সকলোৰে লগত তেওঁৰ সহৃদয় ব্যৱহাৰ। সেইবাবে তেওঁকো আমি ভাল পাওঁ, শ্ৰদ্ধা কৰোঁ। ঘনিষ্ঠ সম্বন্ধ ৰাখিবলৈ যত্ন কৰোঁ।

শ্ৰীৰাম গোস্বামীৰ পঁয়সত্তৰ বছৰ বয়সৰ পুণ্য জন্ম তিথিত ভগবানৰ শ্ৰীচৰণত প্ৰাৰ্থনা জনাওঁ তেওঁক সুস্বাস্থ্যৰ অধিকাৰী কৰক। শিল্প-সাহিত্যৰ জগতলৈ অৱদান দিবলৈ, মানৱ সেৱা কৰিবলৈ তেওঁক আৰু বহু কাল পৃথিৱীত থাকিবলৈ দিয়ক।

# ধন মামাৰ প্ৰসংগত ...

## ড° অমিয় মোহন দাস

ৰাম গোস্বামী এগৰাকী লব্ধ প্ৰতিষ্ঠ সাহিত্যিক আৰু সমালোচক বুলি সাহিত্যপ্ৰেমী ৰাইজৰ মাজত সুপৰিচিত। এনে এগৰাকী ব্যক্তিৰ বিষয়ে মোৰ দৰে অনভিজ্ঞ এজনে লিখিবলৈ যোৱাটো ধৃষ্টতা মাথোন। তেখেতৰ পৰিয়ালৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি আৰু কিছু পৰিমাণৰ নিজস্ব তাড়নাত এই দুঃসাহস কৰিছো।

কোৱা বাহুল্য যে গোস্বামীয়ে এতিয়ালৈ ৰচনা কৰা প্ৰায় ডেৰ কুৰি সংখ্যক গ্ৰন্থৰ আটাইকেইখন পঢ়াৰ মোৰ সৌভাগ্য ঘটা নাই। ফলস্বৰূপে গোস্বামীৰ বিষয়ে লিখোতেও তেখেতৰ ব্যক্তিত্ব, মন আৰু দৰ্শনৰ অন্যান্য দিশতহে আলোকপাত কৰিবলৈ চেষ্টা কৰিছো। তেনে কৰোঁতে সংশ্লিষ্ট কালৰ পটভূমি পুনৰাহ্বান কৰি লব লাগিব। ৰাম গোস্বামী আৰু এই লেখকৰো সাংসাৰিক জ্ঞান আৰু মনোবিকাশ হোৱাৰ আগছোৱা সময়তে আমাৰ বন্ধুত্বৰ সূত্ৰপাত হৈছিল।

সদ্য সমাপ্ত শতিকাৰ চল্লিশৰ দশকত গোস্বামীৰ মাজিউ ভিনিহিয়েক প্ৰয়াত দুলাল চন্দ্ৰ বৰুৱাৰ পৰিয়াল আমাৰ মামাৰ ঘৰ ভাড়া কৰি কেইবাবছৰো থাকোতে আমাৰ চুবুৰীয়া হিচাবে আমাৰ আৰু তেওঁলোকৰ আত্মীয় সকলোৰে মাজত নিচেই আপোন ভাব গঢ়ি উঠিছিল। সেই যুগৰ আন্তৰিকতাপূৰ্ণ নিৰ্মল মৰম-চেনেহ আজিকালি, নতুনকৈ আৰু গঢ়ি নুঠে। তাতে আহি প্ৰায়ে থকা বাবে ৰাম গোস্বামীৰ অগ্ৰজদ্বয় প্ৰয়াত গোবিন্দ গোস্বামী আৰু হৰিশ গোস্বামী ক্ৰমে বাপ মামা আৰু সোণ মামা সম্বোধনেৰে আমাৰ আপোন হৈ পৰিছিল। তাৰ পিছতে তাতেই আৱিৰ্ভাৱ হ'ল ৰাম গোস্বামীৰ, ধন মামা হিচাবে। (গোলাঘাটৰ প্ৰায় সকলো পৰিয়ালতে বাপ, সোণ, ধন, পোনা নামকেইটি সাধাৰণতেই ওলট পালট কৈ হ'লেও পোৱা গৈছিল)।

সেই কালৰ সীমিত গুৱাহাটীৰ পৰিধিত প্ৰায়েই স্কুল-কলেজ বা আন ৰাজহুৱা অনুষ্ঠানত পতা সঙ্গীত, নৃত্য আদিৰ পৰিবেশনত এই লেখক জড়িত আছিল। এদিন কামৰূপ একাডেমি স্কুল প্ৰেক্ষাগৃহত পতা তেনে কিবা এখন অনুষ্ঠানত নগাৰ চিকাৰী নৃত্য পৰিবেশন কৰিছিল নব যুৱক ৰাম গোস্বামীয়ে। লৰালৰিকৈ যুগুতোৱা ৰিহাৰ্চেলৰ পিছত মই কিবা বাদ্য যন্ত্ৰ বজাই অৰিহণা যোগাইছিলো। তেতিয়াই গোস্বামীৰ নৃত্যৰ

তেজস্বী গতিশীলতা বিশেষকৈ চকু মুখৰ বলিষ্ঠ প্ৰকাশভঙ্গীয়ে মোক বৰকৈ প্ৰভাৱান্বিত কৰিছিল। তেওঁৰ সকলো কথাই গভীৰ অধ্যয়নৰ যোগেদি লাভ কৰা উচ্চমানৰ হ'ব বুলি অনুভৱ কৰিছিলো। তেতিয়াৰ পৰা ধনমামা-ভাগিন সম্বোধন সূত্ৰেৰে আমাৰ দুয়োৰে মাজত ক্ৰমে গভীৰ বন্ধুত্ব তথা সখা ভাৱ গঢ়ি উঠিছিল। মই কৈশোৰ প্ৰায় হৈ থকা বাবে আমাৰ বয়সৰ পাৰ্থক্য অনুসৰি মন আৰু কথাৰ আদান প্ৰদান, অনুশীলন আদিৰ গতি অগ্ৰগামী আছিল। সঙ্গীত, নৃত্য, নাট আমাৰ দুয়োৰে প্ৰিয় চৰ্চিত বিদ্যা আছিল। শাস্ত্ৰীয় সঙ্গীতৰ লগত সম্যক পৰিচয় আৰু তাৰ প্ৰকৃত ৰসৰ সোৱাদ মই ধনমামাৰ পৰাই আহৰণ কৰিছিলো; পিছলৈ তেওঁ মোক জোৰ কৰিয়েই কামৰূপ মিউজিক কলেজত তবলাৰ ছাত্ৰ হিচাবে নাম ভৰ্তি কৰাই দিছিল, নিজে চেতাৰৰ ছাত্ৰ হিচাৱে যোগদান দিছিল। সেই কলেজখন পাতিবলৈ আমি শোভাযাত্ৰা কৰি (মই অঁকা বেনাৰলৈ) ৰাইজৰ সজাগতা, সহযোগ আৰু দান বৰঙণি আকৰ্ষণ কৰিছিলো- শিল্পী, চেতাৰ বাদক সুন্দৰ বৰদলৈৰ হাবিয়াসক মূলধন হিচাবে লৈ।

সময়ে সময়ে আমি কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বিভিন্ন পৰ্যায়ৰ 'ভেৰাইটি শ্বো', নাটক আৰু নৃত্য স্থানীয় শিল্পী সম্পদ গোটাই আয়োজন কৰিছিলো। কামৰূপী লোক নৃত্যশৈলীৰ মুদ্ৰা, প্ৰকাশভঙ্গীৰ লগতো ধনমামাই মোক পৰিচয় কৰাই দিছিল। সেই বিষয়ৰ কিতাপো পঢ়িবলৈ আনি দিছিল। কিতাপ মোক তেওঁ আজিকোপতি আনি পঢিবলৈ দিয়ে। পিছলৈ আমি দুয়ো প্ৰয়াত চাৰু বৰদলৈৰ পৰা কথক নৃত্য শৈলীৰ বিষয়ে শিকি নৃত্য-নাটিকা পৰিবেশনো কৰিছিলো। সেই অনুষ্ঠানসমূহ আয়োজন কৰাৰ আগতে আমি বৃটিছ চৰকাৰৰ সৈন্য প্ৰশাসনে অধিগ্ৰহণ এৰি দিওঁতে উক্ত নাট্য মন্দিৰ আৰু তাৰ বাদ্য যন্ত্ৰ আদি উদ্ধাৰ কাৰ্যত যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল। স্বাধীনোত্তৰ কালৰ প্ৰথমছোৱাত আমি কৈশোৰ-যৌৱনৰ উৎসাহপূৰ্ণ উচ্চাকাংক্ষী আৰু আদৰ্শবাদী মন লৈ কলা আৰু সাহিত্য সম্বন্ধীয় বিবিধ ক্ষেত্ৰ আৰু দিশেৰে আগবাঢ়িবলৈ চেষ্টা কৰিছিলো। জীৱন জিজ্ঞাসা আৰু সংগ্ৰামৰ আগছোৱা কাল জুৰি মন আৰু ৰুচিবোধৰ মিল থকা বাবে সুদীৰ্ঘ কাল আমাৰ বন্ধুত্ব বৰ্তি আছিল আৰু দৃঢ়তৰ হৈছিল। ক্ৰমে আমাৰ মাজৰ মামা-ভাগিন সম্বোধন নামত হে থাকি গ'ল। ধন মামা মোৰ 'বন্ধু, পথ প্ৰদৰ্শক আৰু দাৰ্শনিক' কথাষাৰৰ প্ৰতীক হৈ ৰৈ গ'ল। কোৱা বাহুল্য, অভাৱনীয় ভাবে পিছলৈ অগ্ৰজো হৈ থাকিল।

ধনমামা স্নাতক শাখাৰ কলা পাঠ্যক্ৰমৰ ছাত্ৰ থাকোতে এই লেখক ১৯৪৫ চনত বিজ্ঞান শাখাত I.Sc পাঠ্যক্ৰমত অধ্যয়ন কৰিছিলো একেখন কটন কলেজত। কিন্তু তেওঁ লগতে 'ভাৰতী চেণ্ট্ৰেল বেঙ্ক'ত এজন প্ৰভাৱশালী কৰ্মচাৰীও আছিল- এই কথায়ো মোৰ মনত চাপ বহুৱাইছিল যে আত্মনিৰ্ভৰশীল হৈ কষ্ট স্বীকাৰ কৰিও

কিদৰে তেওঁ উচ্চ শিক্ষা লাভ কৰিব পাৰিছে। দ্বিতীয় মহাযুদ্ধৰ পিছৰ ৰাজনৈতিক অস্থিৰতা, অৰ্থনৈতিক বিপৰ্যয়ৰ কালচক্ৰত সেই বেঙ্ক, পিছলৈ 'গৌহাটী বেঙ্ক' ইত্যাদি বহুতো বেঙ্কেই বিলীন হৈ গৈছিল। স্বাধীনতা সংগ্ৰামৰ আন্দোলনত আমি হাবুডুবু খোৱাৰ পিছত প্ৰথম স্বাধীনতা দিৱসৰ শোভাযাত্ৰা আৰু আন উৎসৱত যোগদান কৰাৰ উপৰিও গোস্বামীৰ নেতৃত্বত দুয়ো এখন ইংৰাজী সংবাদ আলোচনীৰ এজেন্সি লৈ বিতৰণ কৰিছিলো- উদ্দেশ্য আলোচনী গ্ৰন্থ বিপনিৰ ব্যৱসায় কৰা। কিন্তু সেই আলোচনীখন কালত জাহ গ'ল। কিন্তু ৰাম গোস্বামী হাৰমনা ব্যক্তি নহয়। নতুনৰ সন্ধানত লাগিল।

সেই সময়ছোৱাৰ ভিতৰতে আমি কিশোৰ সকলৰ সাহিত্য-সঙ্গীত-নাট্য কলা চৰ্চাৰ বাবে "তৰুণ লেখক সংঘ" নামৰ এটা অনুষ্ঠান আছিল, তাৰ যোগেদি আমি নিজে ৰচনা কৰা এখন সচিত্ৰ প্ৰবন্ধ সংগ্ৰহ ছপা কৰি বিতৰণ কৰিছিলো। তাতে ধন মামা নিজে লেখক হোৱাৰ উপৰি তীক্ষ্ণ সমালোচকো আছিল। অলপ দিনৰ পিছতে তেওঁ নিজাববীয়াকৈ গ্ৰন্থ ৰচনাৰ হেঁপাহ প্ৰকট কৰিলে। তেওঁৰ সহপাঠী প্ৰয়াত উপেন্দ্ৰ নাথ গোস্বামীৰ লগত দ্বৈত ৰচনা কৰিলে- অসমৰ প্ৰথম অসমীয়া শিক্ষা সঞ্চালক শৰৎ চন্দ্ৰ গোস্বামীৰ জীৱনী। আয়তনত সৰু যদিও সেই খনেই ৰাম গোস্বামীৰ বলিষ্ঠ প্ৰথম পদক্ষেপ বুলিব লাগিব। সেইখন প্ৰকাশ কৰোঁতে বেটুপাতৰ ডিজাইন আৰু ছপোৱা কামত মোৰ অৰিহণা আছিল, কেৱল সেই কালৰ নিচেই নিঃকিন আৰু পৌৰাণিক প্ৰযুক্তিৰ 'নিউ' প্ৰেছত আমি হেঁপাহ কৰামতে বেটুপাত ধুনীয়া নহৈছিল, কিন্তু প্ৰথম প্ৰকাশৰ আনন্দত উৎফুল্লিত হৈছিলো। আমাক পৰম উদ্‌গনি দিছিল প্ৰেছৰ সোণাৰাম বেজ ডাঙৰীয়াই।

তাৰ উপৰি আমাৰ সহপাঠী, সমনীয়া সকলে কুমাৰ ভাস্কৰ নাট্য মন্দিৰতে বহা সন্ধিয়া চৰাৰ পৰা "উল্কা" নামৰ এখন ৰোমাঞ্চক নাটক কৰিবলৈ ওলাল আৰু নাম ভূমিকাত অভিনয় কৰিবলৈ একমাত্ৰ উপযুক্ত বুলি নেৰানেপেৰাকৈ মোক টানি ধৰিলে। কোনোৰকমে নাৰী চৰিত্ৰত নোলাওঁ বুলি জেদ ধৰোঁতে ধনমামাই নিজে সখী ৰাকা নামৰ চৰিত্ৰত অভিনয় কৰিবলৈ আগবাঢ়িল। তেতিয়া আৰু মোৰ আপত্তি কৰি থাকিবলৈ বাট নৰ'ল। লগৰ সকলোৰে নিস্বাৰ্থ আৰু ঐকান্তিক উৎসাহৰ ফলস্বৰূপ সেই নাটকৰ সাজপাৰ, মঞ্চ সজ্জা, সঙ্গীত আদি এনে বৈপ্লৱিকভাবে মনোমোহা হৈছিল যে দৰ্শক ৰাইজ তথা জ্যেষ্ঠ নাট্যকাৰ সকলে মুগ্ধ হৈ প্ৰশংসাৰ জাউৰি তুলিছিল। বহুদিনলৈ অভিলেখ স্বৰূপ আছিল। বহুদিনলৈকে জ্যেষ্ঠ সকলে আমাক অন্যান্য নাটকতো স্ত্ৰী চৰিত্ৰ ৰূপায়িত কৰিবলৈ খাটি ধৰিছিল। তেতিয়া অৱশ্যে সকলো বস্তু আৰু কলা সংস্কৃতিৰ চৰ্চা প্ৰকৃত সেৱা হিচাবেই প্ৰাপ্য আছিল, ব্যৱসায়িক

হৈ উঠা নাছিল।

সেই স্বাধীনোত্তৰ কালছোৱাত নানান সামাজিক উত্থান-পতনৰ আহুকালে সকলোৰে জীৱন গতিত হেঁচা প্ৰয়োগ কৰি গৈছিল। ১৯৪৮ চনৰ পহিলাা জুলাইত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ আনুষ্ঠানিকভাবে মুকলি কৰা কাৰ্যসূচীত বাধা দিবলৈ আমি পিকেটিং আৰু ধৰ্ণা দিছিলো, কাৰণ আছিল এই যে উদ্বোধন কৰিবলৈ সদ্য মনোনীত ৰাষ্ট্ৰীয় সঙ্গীত বজাব আৰু সেই গীতটিত অসম বা পূৰ্বৰ কোনো অঞ্চলৰ উল্লেখ নাই। পিছলৈ অৱশ্যে এই আপত্তি কেন্দ্ৰীয় চৰকাৰে একপ্ৰকাৰ সাহিত্যিক কৌশলেৰে মিতমাত কৰিলে। আমাক নেতৃত্ব দিছিল প্ৰয়াত কমল নাৰায়ণ চৌধুৰীয়ে।

আৰু এক অধ্যায়ত ১৯৪৮ চনত ধনমামাই কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্গত স্নাতক পৰীক্ষা তাৰে কেন্দ্ৰত দিব লগা হ'ল হোটেলত থাকি। তেতিয়া ময়ো আগতে কৰি অহা দৰে "ছেনোলা" কোম্পানীত গ্ৰামোফোন ৰেকৰ্ডিং কৰিবলৈ সময় নিৰ্দ্ধাৰণ কৰাই ললো। হোটেলৰ পৰা ৰিহাৰ্চেল ষ্টুডিঅ'ত আৰু নিৰ্দিষ্ট তাৰিখত দমদমত থকা HMV ষ্টুডিঅ'ত ৰেকৰ্ডিং কৰোঁতে অৱশ্যে ধনমামাক সেই পৰিবেশৰ লগত পৰিচয় কৰাই দিলো- মোক সবল সমৰ্থন আৰু উৎসাহ দিবৰ বাবে। আকৌ এবাৰ ১৯৪৯ চনৰ চেপ্তেম্বৰ মাহত ধনমামা তেতিয়া কলিকতাত লাইব্ৰেৰী চায়েন্সৰ ছাত্ৰ। তেওঁ থকা হোষ্টেলতে নামিলো গৈ। মোৰ লগতে মোৰ গুৰু ˚ আনন্দি ৰাম দাস আৰু তেখেতৰ শিষ্যা পঞ্চম শ্ৰেণীৰ ছাত্ৰী গুণদা দাসো আছিল। তিনিওৰে গাইগুটীয়া গীত আৰু আমি আটাইবিলাকে লগ লাগি গোৱা দুটি সমবেত গীতৰ এখন ৰেকৰ্ড একেদিনাই বাণীবদ্ধ কৰা হৈছিল। ছেনোলা কোম্পানীৰ সঞ্চালক কাৰ্তিক চক্ৰৱৰ্ত্তী আৰু সঙ্গীত পৰিচালক সুকৃতি সেনৰ অসমীযা গায়ক-গায়িকা আৰু গীতিকাৰ সকলৰ প্ৰতি থকা আন্তৰিকতা, স্নেহ-প্ৰীতিৰ তুলনা নাছিল। বাদ্যযান্ত্ৰিক সকলেও অসমৰ বনগীত-লোকগীত বৰ উপভোগ কৰিছিল।

১৯৪৮-৪৯ চনত ধনমামাই কলিকতা বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী চায়েন্সৰ স্নাতকোত্তৰ পাঠ্যক্ৰমত যোগদান কৰি সুখ্যাতিৰে পাছ কৰি আহি চাকৰীৰ বাবে সদ্য স্থাপিত গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম চৰকাৰৰ ৰাজধানী শ্বিলং চহৰত চেষ্টা কৰি আছিল। প্ৰথমতে চৰকাৰৰ শিক্ষা বিভাগৰ তদাৰকত থকা শ্বিলং চহৰৰ পুলিচ বজাৰত থকা পুথিভঁৰালটোৰ পৰিচালনা কৰাৰ দায়িত্ব লয়। লগে লগে তেওঁ পুথিভঁৰাল বিষয়টোকে এটা নতুন উচ্চ পৰ্যায়লৈ উন্নীত কৰাত লাগি গ'ল। সেই পুথিভঁৰালৰ বহুতো অমূল্য পুৰণি গ্ৰন্থ, তথ্য-নথি আদি বিজ্ঞানসন্মত ভাবে পুনৰ বিন্যাস কৰি পাঠক আৰু গ্ৰন্থাগাৰিক উভয়পক্ষৰে সুবিধা কৰিলে আৰু এনে শৃঙ্খলাবদ্ধ পুথিভঁৰাল অসমৰ সকলো মুখ্য চহৰ বিলাকতো স্থাপন কৰা আঁচনি চৰকাৰৰ হতুৱাই

গ্ৰহণ আৰু অনুমোদন কৰালে। নতুনকৈ সজা পুথিভঁৰাল প্ৰাঙ্গনত ৰাইজৰ জ্ঞান, সাহিত্য, কলা চৰ্চা তথা প্ৰদৰ্শনৰ বাবে প্ৰেক্ষাগৃহৰো ব্যৱস্থা ৰখা হ'ল। দ্বিতীয় পৰ্যায়ত গোস্বামীৰ প্ৰচেষ্টা আৰু ে তৃত্বতে চলন্ত পুথিভঁৰাল "Book Mobile" ৰ মটৰ ভানৰ ব্যৱস্থা কৰা হ'ল। তৃতীয় পৰ্যায়ত শ্বিলঙৰ নিজে পৰিচালনা কৰি থকা পুথিভঁৰালৰ ব্যৱস্থাপনা উন্নযন কৰি ৰাজ্যৰ কেন্দ্ৰীয় পুথিভঁৰাল (State Central Library) বুলি নামকৰণ কৰা হ'ল; ৰাম গোস্বামী তাতে ৰাজ্যৰ মুখ্য গ্ৰন্থাগাৰিক হিচাবে প্ৰতিষ্ঠিত হ'ল। আচৰিত হ'বলগীয়া কথা এয়ে যে নিচেই কম সময়ৰ ভিতৰতে অসম চৰকৰৰ হতুৱাই ইমান বিলাক মূল্যবান আঁচনি গ্ৰহণ আৰু কাৰ্যকৰী কৰিব পাৰিলে গোস্বামীৰ অহোপুৰুষাৰ্থ আৰু অক্লান্ত চেষ্টাৰ বাবে আৰু তেওঁৰ নেৰানেপেৰা হেঁচাত পৰি চৰকাৰেও এনে ধনাত্মক ক্ষিপ্ৰতাৰে ব্যৱস্থা লোৱা বাবে উভয় পক্ষই শলাগৰ পাত্ৰ।

১৯৭৩ চনত ততাতৈযাকৈ অসমৰ ৰাজধানী গুৱাহাটীলৈ স্থানান্তৰিত কৰোঁতে গোস্বামীৰ নিজ হাতে গঢ়া প্ৰিয় মুখ্য পুথিভঁৰালৰ বহুতো অমূল্য পুৰণি গ্ৰন্থ আদি এৰি আহিব লগা হ'ল, সেই খেদ হয়তো এতিযাও মাৰ যোৱা নাই। কিন্তু তাৰ পিছৰ দশকৰ ভিতৰতে পুথিভঁৰালৰ প্ৰশাসন চৰকাৰৰ নতুন সাংস্কৃতিক বিভাগৰ এটা পৃথক শাখা হিচাৰে স্থাপিত হ'ল। তাৰে প্ৰধান গ্ৰন্থাগাৰিক সঞ্চালক গোস্বামীয়েই হ'ল। গোস্বামীৰ প্ৰিয় "লাইব্ৰেৰী চায়েন্স" বিষয়ৰ প্ৰচাৰ, প্ৰসাৰ আৰু জনপ্ৰিয়তা সুদূৰ প্ৰসাৰী বিয়পাবলৈ কৰা "পুথিভঁৰাল আন্দোলন" তেওঁৰ একক নেতৃত্ব তথা প্ৰযাস অসমৰ পুথিভঁৰাল ইতিহাসত সোণালী আখৰেৰে জিলিকি থাকিব। গ্ৰন্থাগাৰিক কেনে হ'ব লাগে, গ্ৰন্থৰ জ্ঞান আনক কিদৰে লাভ কৰিবলৈ পৰামৰ্শ যাচিব লাগে, হাঁহি মুখে উৎসাহ-উদ্‌গনিৰে সহায় কৰিব লাগে সেই বিষযতো গোস্বামী পথ প্ৰদৰ্শক।

১৯৫২ চনত ৰাম গোস্বামী শ্বিলঙত গ্ৰন্থাগাৰিক হৈ থকা সময়ৰ দুটি ঘটনাৰ কথা নিলিখি নোৱাৰি। এটা হ'ল ঃ সেইকালৰ কষ্টকৰ আৰু চিন্তাজনক পৰীক্ষাৰ হেঁচা সাং কৰি শ্বিলঙত ধনমামাৰ লগত থাকি জিৰণি লবলৈ গৈছিলো। কিন্তু তেওঁৰ বন্ধু প্ৰয়াত ৰঞ্জন বৰাৰ লগত লাগি "অগ্ৰগামী" নামৰ সন্থাৰ সৌজন্যত "ভেৰাইটি শ্বো" আৰু "Quit India" নামৰ প্ৰয়াত গল্পকাৰ ৰমা দাসে লিখা সৰু নাটিকাখন নৃত্য নাটিকা ৰূপত মঞ্চস্থ কৰাৰ দাযিত্ব লৈ মোকো এনেভাবে সাঙুৰি ল'লৈ যে জিৰণি তো নহ'লৈই, বৰাইঁতৰ তাড়নাত ধনমামাই নৃত্য আৰু মই সঙ্গীত পৰিচালনাৰ নেতৃত্ব ল'ব লগা হ'ল। তেতিয়া তেওঁ নিজে নৃত্য প্ৰদৰ্শন নকৰিলেও যি দৰে নৃত্য ৰচনা কৰি শিল্পীসকলক শিকাই অনুশীলন কৰাইছিল আমি দেখি অবাক হৈছিলো। বুজিছিলো নৃত্য কলাৰ ওপৰত তেওঁৰ জ্ঞান আৰু পাৰদৰ্শিতা।

আনটো হ'ল পঢ়ি থকা কালতে মোৰ প্ৰফেছৰৰ পৃষ্ঠপোষকতাত অষ্ট্ৰেলিযাই

আহ্বান কৰা বৃত্তি এটাৰ বাবে চেষ্টা কৰিছিলো আৰু এই বিষয়ত ধনমামাই মোক উদ্‌গনি দি সহায় কৰিছিল; কিন্তু কালক্ৰমত মোৰ বিষয়ত বৃত্তি নহ'ল; আনহাতে ধনমামাই সেই আঁচনিত সেই দেশৰ লাইব্ৰেৰী চায়েন্সৰ ব্যৱস্থাপনা অধ্যয়ন কৰিবলৈ সুযোগ পালে। তেওঁ তাত থাকোতেই মোৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ ডিগ্ৰী সুখ্যাতিৰে লাভ কৰা বাতৰি পাই যিদৰে বিমল আনন্দ প্ৰকাশ কৰি পঠাইছিল সিও মোৰ বাবে আন এক স্মৰণীয় ঘটনা।

এইদৰে সকলো কথাতে একেলগে জড়িত থকা স্বত্বেও বিভিন্ন বিষয়ত আমাৰ চৰ্চা, যুক্তি, তৰ্ক, আলোচনা, সমালোচনাৰ অন্ত নাছিল। কেতিয়াবা চিন্তাগধুৰ গভীৰ আলাপ, কেতিয়াবা খুহুতীয়া বিষয় বস্তুলৈ বহু সময় কাটি যায়-বাটত খোজ কাঢ়ি ফুৰোঁতে, ৰেলৰ ডবাৰ ভিৰৰ মাজতে, পকী ঘাটত বহোঁতে বা ঘৰৰ চৌহদতে জিৰাওতে। কেতিযাবা সখা পৰ্যায়ৰ আৰু কেতিয়াবা শিষ্যৰ দৰে হয় এই আলাপ। কলা, দৰ্শন বিষয়ত তেওঁৰ পৰা, বিজ্ঞান সম্পৰ্কীয় বিষয় বস্তুত মোৰ পৰা জ্ঞান চৰ্চাৰ প্ৰাৰম্ভণি আৰু পৰস্পৰ আহৰণ হয়। কেতিয়াবা মতভেদ আহি পৰিলেও হযতো বয়সৰ ব্যৱধান থকা বাবেই কন্দল বা তিক্ততা কাহানিও নহৈছিল।

মই সদায় মন কৰিছিলো-ধনমামাই মানুহৰ চেহেৰা, প্ৰকাশভঙ্গী, খোজ কাটলৰ পৰা চৰিত্ৰ বিশ্লেষণ কৰি ভাল পাইছিল। সেইবাবে আনৰ ভাবভঙ্গী আগতেই বুজিলৈ সেইমতে সিজনক তেওঁৰ মতলৈ পতিযন নিযাব পাৰিছিল, অথবা নিজৰ উদ্দেশ্যত সফল হ'ব পাৰিছিল। এইখিনিতে তেওঁ মোক Dale Carnegie ৰ How to win Friends and Influence People কিতাপখন পঢ়িবলৈ দিছিল। তাৰ উপৰি কথা বা ঘটনা কিছুমান তেওঁ ভীষণ প্ৰখৰভাবে অনুভব কৰিছিল- intensity of feelings ইমান প্ৰবল আছিল যে বহু সমযত নিজেই অভিভূত হৈ পৰিছিল। এনে অনুভূতি প্ৰবলতা কামত খটুৱাব পৰাটোৱেই তেওঁৰ বিশেযত্ব, তাতেই তেওঁৰ সাহিত্য চৰ্চাৰ কৃতকাৰ্যতা, সূক্ষ্ম সমালোচক আৰু নাট্যকাৰ তেওঁ এই গুণৰ বাবেই হ'ব পাৰিছে। তেওঁৰ 'মন আৰু মন' নামৰ সুকীয়া শ্ৰেণীৰ কিতাপখনো এনে অনুভূতি বিশ্লেষণৰ পৰাই সৃষ্টি হৈছে; শীৰ্ষক বক্তৃতা প্ৰৱন্ধও সেই অধ্যয়নশীল মনৰ প্ৰতীক। বৰ্তমানৰ পটভূমিত ৰচনা কৰা 'প্ৰতীক্ষা' নামৰ উপন্যাসখনো সেই গুণৰে অৱদান। এই কেইটা উদাহৰণ স্বৰূপে উনুকিযালো মাত্ৰ।

ইতিমধ্যে আৰু এক সুদীৰ্ঘ কাহিনীৰ প্ৰচ্ছদ পটত ধনমামাৰ অমূল্য অৱদান জড়িত থকা বাবে আকৌ মোৰ ব্যক্তিগত কথা এযাৰ ব্যক্ত নকৰাকৈ নোৱাৰিলো। এই লেখক স্নাতকোত্তৰ শ্ৰেণীত থকা সময়তে এক অভাবনীয় আৰু অভিনৱ প্ৰীতি মধুৰ সংযোগৰ প্ৰাচুৰ্যত প্ৰৱেশ কৰিলে। স্বাভাৱিকতেই হিতৈষী প্ৰিয়বন্ধু ধনমামাৰ আগত

ব্যক্ত কৰাত তেওঁ থমকি ৰ'ল আৰু তেওঁ সন্দেহ কৰা কথা অনুসন্ধান কৰোঁতে সঁচা হৈ ওলাল যে পাত্ৰী তেওঁৰ নিজৰে মাহীয়েকৰ জীয়ৰী। এইদৰে ধনমামা মোৰ জীৱনৰ সকলো কথাতে প্ৰভাব বিস্তাৰ কৰি থাকিল। সেই কালৰ ৰক্ষণশীল সমাজৰ কঠিন পৰিবেশৰ শঙ্কা, দ্বিধা আৰু অনিশ্চয়তাৰ মাজত তেওঁ আমাক আশা-ভৰসা, আস্থা আৰু সাহস দিছিল।

১৯৫২ চনৰ শেষ ভাগলৈ স্থানান্তৰিত হৈ নিজৰ অধ্যাপনা আৰু বিজ্ঞান সেৱাত ব্ৰতী হোৱাৰ পিছৰ পৰা আমাৰ যুটীয়া কলা-চৰ্চা, আলোচনা আদিত বাধা পৰিল আৰু আমাৰ ভাবৰ আদান-প্ৰদানো সেৰেঙা হ'ল। কিন্তু ধনমামাৰ অগ্ৰজ সুলভ দিহা পৰামৰ্শ, উপদেশ গভীৰতৰ হৈ থাকি গ'ল। কোৱা বাহুল্য যে জীৱন সংগ্ৰামৰ বহুতো বিঘিনিৰ সময়ত তেওঁৰ ওচৰ চাপিছো, তেওঁৰ গভীৰ সাংসাৰিক জ্ঞান, পুঙ্খানুপুঙ্খ বিশ্লেষণ আৰু নিজৰ জীৱন দৰ্শনৰ অভিজ্ঞতা পুষ্ট মন এটাৰে মোৰ পথ প্ৰদৰ্শক হৈছে। অন্ধকাৰৰ মাজতো পোহৰৰ সন্ধান দি আহিছে। এই সুযোগতে তেওঁৰ প্ৰতি মোৰ সশ্ৰদ্ধ শলাগ আগবঢ়াইছো আৰু শুভকামনা কৰিছোঁ, তেওঁ সুদীৰ্ঘ কাল ধৰি আমাৰ ভাষা জননীৰ মুখ উজ্বলাই থাকিবলৈ শক্তিমান হৈ থাকক।

শেষত ক'ব খুজিছোঁ, আজি মাত্ৰ অলপ দিনৰ আগতে যেতিয়া মোৰ প্ৰিয়তমা সহধৰ্মিনী উৰ্মিক হেৰুৱাই চৰম বিপৰ্যয়ত পৰিলোঁ, পলে পলে কেৱল তেওঁ হিয়া উজাৰি দিয়া স্নেহ-স্মৃতিৰ বাহিৰে আৰু একো ভাবিব নোৱাৰা হলো, তেতিয়া তেওঁৰ ধনদাদা, মোৰ ধনমামাই মোক জীয়াই থকাৰ সাৰ্থকতা স্মৰণ কৰাইছে!

# ৰাম গোস্বামীঃ দাদাক মই যেনেদৰে জানো

## বাদল দাস

বহুতদিন আগৰ কথা । ষাঠিৰ দশকৰ আগছোৱা মানতেই হ'ব । মই তেতিয়া শ্বিলঙত চাকৰি কৰি আছো । 'আৰ্লচেটেৰিয়াম' বোলা ন্যাসৰ অতিথিশালা এখনত থাকো । দিনৰ দিনটো চাকৰি, আবেলি অফিচৰ পৰা উভতি একো কৰিবলগীয়া নাথাকিলে কাষৰে ৱাৰ্ড্ লেকৰ পাৰৰ দলঙৰ পৰা মাছক ভজা বুট, ভজা মটৰ আদি আহাৰ খুৱাই সময় কটাই দিওঁ ।

দৈনিক একেই কাৰ্যসূচী — একেই ৰুটিন । দেওবাৰৰ দিনটো আমনিদায়ক । অফিচৰ সময়খিনি পাৰ কৰি দিবলৈ দুপৰীয়া 'কেল্‌ভিন'ত মেটিনী শ্ব' চাওঁ — ইংৰাজী ছবি । নহ'লে আবেলি সন্মুখৰ 'নিউ চাইনা'ত বহা যায় ।

সন্ধিয়াৰ মনোৰঞ্জন বুলিবলৈ অৱশ্যে তৎকালীন অসমৰ ৰাজধানী চহৰ শ্বিলঙত স্থানীয় ভাবে বহুত সুবিধা আছিল । বিশেষকৈ আমাৰ দৰে ডেকা চাকৰিয়ালৰ বাবে । 'চুবহ সঙ্গীন, চাম ৰঙ্গীন' হ'ব পৰা পৰিবেশ । কিন্তু নিতান্ত ব্যক্তিগত অনভ্যস্ততাৰহেতু কেৱলমাত্ৰ ৱাৰ্ড্ লেকৰ পাৰত অৱসৰ বিনোদন নাইবা মেটিনী শ্ব'তে সীমাবদ্ধ আছিল মোৰ প্ৰাক্-সন্ধ্যাৰ সময়খিনি ।

ঠিক এনে সময়তে, এনে এটি দিনতে, মই লগ পালো ৰাম গোস্বামী দেৱক । সিদিনা কোনো পৰিকল্পনা নকৰাকৈ নিতান্ত অনিৰ্দিষ্ট ভাবে পুলিচ বজাৰৰ পৰা বাটেৰে খোজকাঢ়ি গৈ আছিলো ।

কেতিয়া আহি কেন্দ্ৰীয় গ্ৰন্থাগাৰৰ কাষ পালোহি ক'বই নোৱাৰো । সেইদিনা ষ্টেট্ লাইব্ৰেৰীৰ সন্মুখেদি পাৰ হৈ যোবাৰ সময়তে মুখামুখি হ'লো তেওঁৰ । সম্ভৱতঃ তেওঁ অফিচত সোমাব খুজিছিল ।

সন্মুখা-সন্মুখী হোৱাত তেওঁ হাঁহি এটা মাৰিলে । একেবাৰে চিনাকিৰ দৰে আছিল সেই হাঁহিটো । তেওঁৰ সেই মিঠা হাঁহিটোৰ সম্ভাষণ উলাই কৰিব নোৱাৰিলো । একপ্ৰকাৰ আকৰ্ষণ অনুভৱ কৰাৰ দৰে লাগিল । তাৰ পিছত চিনাকি দিয়া আৰু লোৱাত ওলাই পৰিল যে মোৰ ককাইদেউ, দেউতাহঁতক তেওঁ ভালদৰে চিনি পায় । আমাৰ পৰিয়ালৰ স'তেও ভালদৰে পৰিচিত । মইহে ইয়াৰ আগতে

তেওঁক পোনপটীয়াকৈ লগ পোৱা নাছিলো ।

সি যি কি নহওক প্ৰথম দৰ্শনতে মানুহজনক মোৰ ভাল লাগি গ'ল । ঘূৰণীয়া সুগঠী মুখখনত লাগি থকা হাঁহিটোৰ উপৰিও কিবা এক আকৰ্ষণ কৰিব পৰা ব্যক্তিত্ব -সহজ সৰল মনোমোহা । তাৰপিছত মই তেওঁৰ ভ্ৰাতৃ হৈ পৰিছিলো আৰু তেওঁ মোৰ আপোন অগ্ৰজৰ দৰেই ।

প্ৰথম লগ পোৱাৰ দিনাই ৰাম গোস্বামী দাদাই মোক একেবাৰে তেওঁৰ অফিচলৈ লৈ গ'ল — আপোন ভাইৰ দৰে আপ্যায়ন কৰিলে । মই মুগ্ধ হ'লো ।

অফিচতে লাইব্ৰেৰীৰ বিষয়ে বহুতো কথা-বতৰা হ'ল । তেওঁ আছিল বক্তা — মই মুগ্ধ শ্ৰোতা । কিমানবোৰ যে ভিন্ ভিন্ বিষয়ৰ কিতাপৰ কথা, ভিন্ ভিন্ লিখকৰ কথা — আৰু ক'ত যে কথা । তেওঁ সেইবোৰ আজি মনত ৰাখিছেনে নাই মই ক'ব নোৱাৰো । মোৰ হ'লে এতিয়াও স্পষ্ট মনত আছে ।

প্ৰায়বোৰ কথাই পঢ়াশুনাক কেন্দ্ৰ কৰি । মানুহজনে যে ইমান কথা জানে, ইমানবোৰ কিতাপ পঢ়িছে, দেখি শুনি তবধ মানিলো । মোৰ ধাৰণা আছিল একমাত্ৰ স্কুল-কলেজৰ শিক্ষকেহে ইমান লিখা পঢ়া কৰে, ইমান কথা জানে । ৰাম গোস্বামী দাদাক লগ পাই মোৰ সেই ভ্ৰান্তি দূৰ হ'ল ।

এইদৰে প্ৰায়ে হোৱা সাক্ষাৎবোৰ আৰু তাৰ লগতে হোৱা কথা-বতৰাৰ যোগেদি তেওঁ মোক এখন বেলেগ জগতলৈ লৈ গৈছিল । লাইব্ৰেৰীৰ প্ৰতি, কিতাপৰ প্ৰতি, কিতাপত পাব পৰা জ্ঞান আহৰণৰ প্ৰতি মোক তেৱেঁই আকৰ্ষিত কৰিলে । প্ৰলুব্ধ কৰিলে । ইয়াৰ আগতে কিতাপ পঢ়িছিলো - চখত । প্ৰায়ে সময় কটাবলৈ । তেওঁ মোক এটা বেলেগ পথ দেখুৱাই দিলে ।

ৰাম গোস্বামী দাদাই মোক কিমানবোৰ যে কিতাপ পঢ়াৰ সুযোগ দিলে । সেইবোৰৰ পৰা পোৱা জ্ঞান আহৰণত মোৰ কোনো কৃতিত্ব নাই । কিন্তু এটা কথা মই আজীৱন স্বীকাৰ কৰিম যে নিচা ধৰাই দিয়াৰ দৰেই তেওঁ মোক প্ৰলুব্ধ কৰিছিল । আজিও পঢ়াশুনা কৰি আনন্দ লোৱা নিচাটোত নিমগ্ন হৈ থাকিব পাৰিছো একমাত্ৰ তেওঁৰ বাবে ।

ইয়াৰ পিছত কালক্ৰমত ময়ো শ্বিলঙ এৰিছো— অন্য ঠাইলৈ বদলি হৈ গৈছো । ৰাম গোস্বামী দাদাযো শ্বিলঙ এৰি গুৱাহাটী কেন্দ্ৰীয় গ্ৰন্থাগাৰলৈ আহিল । কিন্তু মোক লগ পালেই এতিয়াও সোধে 'বাদল ... কিতাপখন পঢ়িছানে ? পঢ়িবা । বৰ ভাল কিতাপ ।' বৃত্তিগতভাৱে শিক্ষাগুৰু নোহোৱাকৈয়ে যে এজন

ব্যক্তি দীক্ষাগুৰু হ'ব পাৰে - ৰাম গোস্বামী ইয়াৰ জ্বলন্ত প্ৰমাণ ।

ইয়াৰ আগতে মোৰ এটা অদ্ভুত ধাৰণা আছিল যে মিঠাই দোকানীয়ে নিশ্চয় মিঠাই খাই ভাল পাব নোৱাৰে । সদায় মিঠাই দেখি, লাৰি-চাৰি আমুৱাটো স্বাভাৱিক । মই ভাবি লৈছিলো যে কিতাপৰ লগত থাকি থাকি লাইব্ৰেৰীয়ান সকলকো নিশ্চয় কিতাপে আমুৱায় ।

কিন্তু নহয় । দেখিলো ৰাম গোস্বামী দাদা ইয়াৰ ব্যতিক্ৰম । এবাৰ ৰামকৃষ্ণ পৰমহংসদেৱে তেওঁৰ ভক্ত এজনৰ 'মোটিভ' পৰীক্ষা কৰিবৰ বাবে সুধিছিল ঃ "যদি মধু খাব খুজিছ, তেন্তে পাত্ৰৰ কিনাৰত বহি বহি মধু খাবি নে মধু ভাণ্ডত ডুব দিবি ?" নিৰাপদ দূৰত্বত থাকি মধু আহৰণ কৰা মানুহ এজাক আছে । কিন্তু ৰাম গোস্বামী দাদা সেই বিধ মানুহৰ শ্ৰেণীত নপৰে । তেওঁ দ্বিতীয় দলৰ । অৰ্থাৎ লাইব্ৰেৰীয়ান কাৰণেই এখন দুখন কিতাপ পঢ়িব লাগে বা পঢ়িছে এনে নহয় । একেবাৰে কিতাপৰ সমুদ্ৰত ডুব দি, মানে সম্পূৰ্ণ অৱগাহন কৰি এক পৰিষ্কৃত তথা পৰিশোধিত মন আৰু মেধাৰ অধিকাৰী হ'লগৈ ৰাম গোস্বামী ।

অসম তথা ভাৰতৰ পুথিভঁৰাল ইতিহাসত তেওঁ এক বিৰল ব্যক্তিত্ব নহয় পাণ্ডিত্যৰ গুণেৰেও তেওঁ মহীয়ান । সামাজিক পৰিবেষ্টনীত কৰ্মেৰে আৰু ব্যৱহাৰিক জীৱনত আচাৰ-আচৰণৰ ক্ষেত্ৰত ৰাম গোস্বামীৰ মহত্ব সকলোৱে একবাক্যে স্বীকাৰ কৰিবই লাগিব । এসময়ত শ্বিলঙৰ সমাজখনৰ বহু বিশিষ্ট সদস্যই আজিও তেওঁৰ কৰ্মৰাজিৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে । আমাৰ বাবে আৰু আমাৰ দৰে তেওঁৰ স্নেহধন্য বহু অনুজৰ বাবে তেওঁ এক অনন্য প্ৰতিভা - অনুকৰণীয় পটন্তৰ ।

সাহিত্য জগতলৈ তেওঁৰ অৱদানৰ কথালৈকে বা নাচাওঁ কিয ? দাদাই নাটক লিখিলে কেবাখনো । পৃথিৱীৰ বিভিন্ন ভাষা সাহিত্যৰ বহু বিখ্যাত নাটক ৰাজি তথা গুণী নাট্যকাৰ সকলৰ লগত আমাক চিনাকি কৰাই দিলে । কেৱল জানো সেয়ে ? সাহিত্যৰ বৰ চ'ৰাত নাটকক যোগ্য আসন দিয়াবৰ বাবে তেৱোঁ অহৰহ প্ৰচেষ্টা চলাই আছে । নাট্যকলাক সাহিত্যত উপযুক্ত স্বীকৃতি প্ৰদানৰ প্ৰচেষ্টাত তেওঁৰ অৱদান সামান্য নহয় ।

দাদাই ইমান কিতাপ পঢ়িলে জীৱনত - কিমান জ্ঞান আহৰণ কৰিলে ! কিন্তু তাৰ লগে লগে তেওঁ আয়ত্ত কৰিলে অন্য এক মহৎ শৈলী । সেয়া হ'ল সাহিত্য সমালোচনা । এখন পুথিৰ ৰচনাত সাহিত্যিক মূল্যমান নিৰ্দ্ধাৰণ কৰা, শৈল্পিক তথা নান্দনিক সৌন্দৰ্য কিমান পৰিস্ফুট হৈ উঠিছে— সেই সকলোবোৰৰ বিশ্লেষণ তেওঁ নিৰ্মোহভাবে কৰিব পাৰে বাবেই অসমৰ এজন আগশাৰীৰ সাহিত্য সমালোচক

হিচাপে প্ৰসিদ্ধি লাভ কৰিলে ।

আজি ৰাম গোস্বামী দাদাৰ পয়ঁসত্তৰ বছৰীয়া পুণ্য জন্মতিথিত এটা উপলব্ধি বাৰে বাৰে মনলৈ আহিছে যে মই প্ৰথমতে লগ পোৱা ৰাম গোস্বামীজন অকণো সলনি হোৱা নাই । বৰঞ্চ তেওঁৰ জ্ঞান আৰু প্ৰজ্ঞা দিনক দিনে উত্তৰণৰ পথতহে আগবাঢ়ি গৈছে । তেওঁৰ চিন্তাত, তেওঁৰ লিখনিত আনকি তেওঁৰ কথাবতৰাতো বাৰ্দ্ধক্যই আঁচোৰ এটাও মাৰিব পৰা নাই । স্বভাৱসুলভ মিঠা মাতষাৰি শুনিলে কোনে ক'ব তেওঁ যৌৱনৰ দুৱাৰডলি কেতিয়াবাই গৰকি আহিছে।

আজি আমি সৰ্বান্তঃকৰণেৰে দাদাৰ সুদীৰ্ঘ কৰ্মময় আৰু প্ৰেৰণাময় জীৱনৰ বাবে প্ৰাৰ্থনা জনাইছো । জয়তু ৰাম গোস্বামী !

# কিতাপ আৰু কিতাপ, নাটক আৰু নাটক

## দিনেশ শৰ্মা

শ্ৰীযুত ৰাম গোস্বামীদেৱক মই প্ৰথম লগ পাইছিলো ১৯৬৪ চনৰ জানুৱাৰী মাহত। তেতিয়া তেখেত আছিল শ্বিলঙৰ চেণ্ট্ৰেল লাইব্ৰেৰীৰ লাইব্ৰেৰিয়ান। আমি তেতিয়া কলেজীয়া ছাত্ৰ আছিলো যদিও "ৰূপালীম সাংস্কৃতিক সংস্থাৰ" সাহিত্য সম্পাদক হিচাপে দিৱস উদ্‌যাপন উপলক্ষে চেণ্ট্ৰেল লাইব্ৰেৰীৰ হলটো থিক কৰিবৰ বাবে সংস্থাৰ আন আন কৰ্মীসকলৰ লগত তেখেতক দেখা কৰিছিলো। বিভিন্ন গ্ৰন্থেৰে পৰিপাটিকৈ সজাই থোৱা তেখেতৰ কোঠাটো আছিল দেখনিয়াৰ। তাতোকৈ বেছি দেখনিয়াৰ আছিল মানুহজন। অতি সুন্দৰ সাজ পোছাক পৰিহিত মানুহজনক প্ৰথম দেখাৰ লগে লগে অনুভৱ হৈছিল- তেখেত নিজে যেনে পৰিপাটি, সুবৃহৎ লাইব্ৰেৰীটোও তেনেদৰে পৰিপাটিকৈ সজোৱা। গ্ৰন্থৰ গোন্ধৰ মাজতে তেখেতৰ মধুৰ কথা বতৰাত আমি আটাইকেইজন মুগ্ধ হৈছিলো আৰু তেখেতৰ প্ৰতি মনে মনে কৃতজ্ঞতা প্ৰকাশ কৰিছিলো। তাৰো কেইমাহমান পাছত সাহিত্যিক শ্ৰীযুত গুৰুদত্ত ভাগৱতীদেৱে প্ৰায় প্ৰতিটো মাহতে আমাক মৰম মিহলি সুৰে আদেশ দিছিল- সাহিত্য আলোচনাৰ অনুষ্ঠান "শ্বিলং মুকুল সংঘ"ত উপস্থিত থাকিবলৈ। এনেয়ে নহয়- হয় গল্প, নহয় কবিতা; মুঠতে কিবা এটা লেখা লৈহে উপস্থিত থাকিবলৈ আমাক নিৰ্দেশ দিছিল। সেই সময়ত শ্বিলং মুকুল সংঘৰ এটা বদনাম (?) আছিল,- সেইখন সাহিত্যৰ অনুষ্ঠান হেনো কেৱল গাড়ী-বাৰী থকা আঢ্যৱন্ত লোকৰহে অনুষ্ঠান। নিজা ঘৰ আৰু গাড়ী নাথাকিলে সেইখন অনুষ্ঠানত যোগ দিব নোৱাৰি। আমি পিছে সেই বদনাম মিথ্যা বুলি পাছত নিজেই অনুভৱ কৰিছিলো। মোৰ আজিও মনত আছে সেইখন সাহিত্য অনুষ্ঠানতে মই বিনা দ্বিধাই কথা বাৰ্ত্তা পাতিছিলো, এইজনা প্ৰেম আৰু ইন্দ্ৰিয় প্ৰমেয় সৌন্দৰ্য্যৰ গৰাকী পুৰুষৰ সৈতে। আন কেবাগৰাকী প্ৰবীণ সদস্যৰ দৰে শ্ৰীযুত ৰাম গোস্বামীদেৱেও আমাক যথেষ্ট মৰম কৰিছিল আৰু লিখা পঢ়াত অধিক মনোযোগ দিবলৈ উৎসাহ প্ৰদান কৰিছিল। কৌতুহলৰ অন্ত পৰা নাছিল। সেই সময়ৰ শ্বিলঙৰ মোৰ এজন নিকতাত্মীয়ৰ পৰা গম পাইছিলো, শ্ৰীযুত ৰাম গোস্বামীৰ মতি নগৰত নিজা ঘৰ আছে আৰু তেখেত হেনো এজন ভাল সত্ৰীয়া নৃত্য শিল্পীও।

অসমৰ পুথিভঁৰাল আন্দোলনৰ গুৰি ধৰোতা হ'ল শ্ৰীযুত ৰাম গোস্বামীদেৱ।

কিন্তু গোস্বামীদেৱ অকল কিতাপৰ মাজতে আৱদ্ধ থকা এজন ব্যক্তি বুলি ভাবিলে ভুল কৰা হ'ব। তেখেত চৰকাৰী চাকৰিৰ বান্ধোনৰ মাজত থাকিও অসমৰ ইমূৰৰ পৰা সিমূৰলৈ কেনেদৰে জনসংযোগ ৰক্ষা কৰি চলিছিল সেই কথা ভাবিলে তবধ মানিব লাগে। ইয়াৰ প্ৰধান কাৰণ আছিল-- তেখেতে কেতিয়াও কাকো কোনো কথাতে বিমুখ নকৰিছিল। বিশেষকৈ লেখক আৰু প্ৰকাশক সকলৰ লগত তেখেতে সদাই সহৃদয়তা ৰক্ষা কৰি চলিব জানিছিল। মানুহক কিবা এটা সহায় কৰি দিবলৈ পালেই যেন উপকৃত হোৱা জনতকৈও তেখেত নিজেই বেছি আনন্দিত হৈছিল। তেখেতে কেবাবাৰো বিদেশ ভ্ৰমণ কৰিছিল আৰু সেই ভ্ৰমণৰ অভিজ্ঞতাতেই সুবৃহৎ চেণ্ট্ৰেল লাইব্ৰেৰীটোষ সজাই পৰাই লৈছিল। ৰাজধানী স্থানান্তৰ হোৱাৰ সময়ত গোস্বামীদেৱৰ অহোপুৰুষাৰ্থৰ বাবেই ভালেমান মূল্যবান গ্ৰন্থ আৰু আচবাব গুৱাহাটীলৈ স্থানান্তৰ কৰাটো সম্ভৱ হৈছিল।

বহুতো গৱেষকক গোস্বামীদেৱে নিজে কোঠাৰ পৰা ওলাই আহি লাইব্ৰেৰীৰ গ্ৰন্থ সমূদ্ৰত সোমাই, বিচৰা গ্ৰন্থখনলৈ আঙুলিয়াই দিহে শান্তি পাইছিল,। কিতাপৰ ৰক্ষণাবেক্ষণত সদা জাগ্ৰত গোস্বামীদেৱ, সাধাৰণ কিতাপৰ পৰা আপুৰুগীয়া কিতাপলৈকে ত্যৰ তালিকা আছিল তেখেতৰ নখ দৰ্পণত। পৃথিৱীৰ প্ৰায় সকলো সাহিত্যৰ লগত পৰিচিত শ্ৰীযুত ৰাম গোস্বামীদেৱৰ অহৰহ প্ৰচেষ্টা আছিল অসমীয়া সাহিত্য সংস্কৃতিৰ উত্তৰণৰ দিশটোৰ প্ৰতি। অসমীয়া কিতাপৰ প্ৰকাশ আৰু ইয়াৰ উত্তৰণৰ দিশটো গোস্বামীদেৱৰ বাহিৰে 'আপটু দেট' খবৰ আনে জনাৰ উপায় নাছিল।

শ্ৰীযুত গোস্বামীদেৱ ইতিমধ্যে পঁচিশখনতকৈও অধিক গ্ৰন্থ ৰচনা কৰিছে। তাৰ ভিতৰৰ নাটক, চিন্তাশীল প্ৰবন্ধ আৰু লোক সাহিত্যৰ কিতাপো আছে। তদুপৰি কেবাখনো বিদেশী নাটক ভাঙনি কৰিও ছপাই উলিয়াইছে, মঞ্চত অভিনয় কৰাইছে, আকাশবাণী আৰু দূৰদৰ্শন যোগে প্ৰচাৰ হৈছে। মই জনাত তেখেত "শৌভিক" নামৰ নাট্য গোষ্ঠীটোৰ লগত শ্বিলঙত থকাৰ পৰা এতিয়ালৈকে জড়িত হৈ আছে। বহুতো পঢ়ুৱৈয়ে "অংগৰাগ" গ্ৰন্থখনিকে তেখেতৰ শ্ৰেষ্ঠ গ্ৰন্থ বুলি কব খোজে। কিন্তু আমি সমীক্ষাত্মক আলোচনাৰে সমৃদ্ধ "অসমৰ লোকনাট্য" গ্ৰন্থখনিকে পৰিবেশ্য কলাৰীতিৰ এখন শ্ৰেষ্ঠ গ্ৰন্থ বুলি ভাবো আৰু অনেক লোক-সংস্কৃতিৰ গৱেষকে এই গ্ৰন্থখনি অতি বিশ্বস্ত হাতপুথি হিচাপে ব্যৱহাৰ কৰাৰ কথাও জানো।

বহুতেই এটা কথা নাজানে যে শ্ৰীযুত ৰাম গোস্বামীদেৱৰ একক প্ৰচেষ্টাতেই শিক্ষা বিভাগৰ সঞ্চালকৰ লগত সাঙোৰ খাই থকা পুথিভঁৰাল শাখাটো সঞ্চালকালয় হিচাপে গঢ় দিয়া সম্ভৱ হৈছিল। কিন্তু সঞ্চালযকালয় হিচাপে অসম চৰকাৰে জাননী দিয়াৰ মাত্ৰ কেইদিনমান আগতে তেখেতে অৱসৰ লবলগীয়া হল। তেখেতে নিজে গঢ়া অনুষ্ঠানটোৰ সঞ্চালক হবলৈ নাপালে। তথাপি আজিও তেখেতে অনুষ্ঠানটো

আৰু তাৰ কৰ্মচাৰী সকলৰ মোহ এৰিব পৰা নাই। সময় পালেই দীঘলী পুখুৰীৰ দক্ষিণ পাৰলৈ এবাৰ যায়। কৰ্মচাৰী সকলক আজিও দিহা পৰামৰ্শ দিয়ে। নতুন নতুন সঞ্চালককে গোস্বামী চাৰৰ উপদেশ লৈ ধন্য হয়।

অৱসৰ গ্ৰহণ কৰাৰ পাছত গোস্বামীদেৱে দেখিলে, আমাৰ অসমীয়া সাহিত্যৰ সমালোচনাৰ দিশটোত নিজকে জড়িত কৰি কিবা কৰিব পৰা যাই নেকি? মাত্ৰ দুই তিনিজন সমালোচকৰদ্বাৰা এই কাম সম্ভৱ নহয়। কাৰণ ইতিমধ্যে বহুতো ন'ন কবি, গল্পকাৰ, ঔপন্যাসিক, নাট্যকাৰ ওলাবই লাগিছে। তেখেতে নতুনকৈ প্ৰকাশ হোৱা কিতাপৰ সমালোচনা লিখিবলৈ হাতত কলম তুলি ললে। নিজেও সৃষ্টি কৰি গ'ল অনেক প্ৰবন্ধ, নাটক। গোস্বামীদেৱৰ এই কৰ্মই লেখক সকলক, বিশেষকৈ নবীন চাম লেখকক বাৰুকৈয়ে উৎসাহিত কৰিলে। সৃষ্টিশীল এই সমালোচনাবোৰৰ বাবে আজিৰ বহুতো প্ৰবীণ লিখক বহু পৰিমাণে গোস্বামীদেৱৰ ওচৰত ঋণী— তাক সকলোৱে স্বীকাৰ কৰিবই লাগিব।

শ্ৰীযুত ৰাম গোস্বামীদেৱৰ গাত ভেজ দি বহুতক যশস্যা বোটলাও দেখিছো। ৰাম গোস্বামী কিন্তু আহঁত গছৰ দৰে অলৰ অচৰ হৈ থিয় দি থাকিল। মানুহৰ পৰা যি সন্মান তেখেতে পাব লাগে তাক ৰাজহুৱা ভাবে আৰু ব্যক্তিগতভাবে আজিও পাই আছে।

যি সকল ব্যক্তিয়ে কেৱল দিব জানে, লব নাজানে সেইসকল ব্যক্তিৰ হেনো হাত আৰু হৃদয় কোনোদিন খালী নহয়। দেখাত তেনেবোৰ ব্যক্তিক অকলশৰীয়া যেন লাগে, কিন্তু তেনে ব্যক্তিৰ প্ৰতি অনেকে অতি গোপনীয ভাবে শ্ৰদ্ধা আৰু কৃতজ্ঞতাত বন্দী হৈ থাকে।

শ্ৰদ্ধেয় গোস্বামীদেৱ তেনে এজন মানুহ যিয়ে কেৱল দিবহে জানিলে। সেযে অসমীযা সাহিত্য সংস্কৃতিৰ লগত জড়িত যি সকল কৰ্মী আছে সেই সকলৰ ভিতৰত এনে এজন ব্যক্তি নোলাব যিয়ে ৰাম গোস্বামীদেৱক নাজানে।

শহুৰেক ঁজীৱেশ্বৰ গোস্বামীদেৱে যেনেদৰে ভৰ বযসলৈকে সত্ৰীয়া সংস্কৃতিৰ প্ৰসাৰৰ হেতু নাচি বাগি থাকিও কাৰো পৰা একো নিবিচাৰিলে তেনেদৰে জোঁৱায়েক গোস্বামীদেৱেও 'কি কৰিছে' তাৰ হিচাপ লৈ কাৰো ওচৰত হাজিৰ হোৱাগৈ নাই। বৰঞ্চ কাৰোবাক যদি কিবা কৰি দিব লাগে তাৰ বাবেহে তেখেত সাজু আছে। বৌদ্ধিক কৌশল ব্যৱহাৰ নকৰা মানুহবোৰৰ এনেকুৱাই হয়।

মধুৰ ভাষী, গুণীৰ গুণ বখানি ভাল পোৱা আৰু কিতাপ পঢ়িবলৈ উপদেশ দিয়াজন সৰ্বতিকালৰ বন্ধু। ব্যক্তিগত বন্ধু; সমাজৰ বন্ধু। তেনে এজন বন্ধু শ্ৰীযুত ৰাম গোস্বামীদেৱৰ সু-স্বাস্থ্যৰ বাবে আছে সকলোৰে শুভকামনা।

# মই জনা গোস্বামী দাদা মানুহজন

## খনীন্দ্ৰ চন্দ্ৰ দাস

মানুহৰ জীৱন কালত বহুতো সাধাৰণ অসাধাৰণ ব্যক্তিৰ সান্নিধ্য লাভ কৰাৰ সুযোগ ঘটে । ময়ো বহুতো জ্ঞানী-গুণী, সৰু-বৰ মানুহ আৰু ব্যক্তিক লগ পাইছো যাৰ ফলত নিজে উপকৃত হৈছো, বহুতো নজনা কথা জানিব পাৰিছো । ব্যৱহাৰিক দিশত শিকাৰ সুবিধা পাইছো । তেনে অলেখ ব্যক্তিৰ মাজত শ্ৰদ্ধেয় শ্ৰীযুত ৰাম গোস্বামীদেৱো এগৰাকী, যাক মই শ্ৰদ্ধা কৰো আৰু আন্তৰিকতাৰে ভাল পাওঁ । অসমৰ বৌদ্ধিক সমাজৰ এগৰাকী অধ্যয়নশীল ব্যক্তি হিচাবে সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ ।

গোস্বামীদেৱৰ লগত মোৰ প্ৰথম পৰিচয় শ্বিলঙত, ১৯৬৩ চনৰ পৰা আজি প্ৰায় সাতত্ৰিশ বছৰকাল । একাধাৰে লগ পাইছো, বিভিন্ন সময়ত বিভিন্ন ক্ষেত্ৰত, অতি ঘনিষ্ঠ ভাবে । সেই সূত্ৰে তেখেতক মই দাদা বুলিয়েই সম্বোধন কৰো আৰু তেখেতেও মোক সৰু ভাতৃ স্বৰূপে গণ্য কৰি মৰমেৰে 'খনীন' বুলি মাতি ভাল পায় । ফলত আপোনজনৰ আত্মীয়তাৰ সম্পৰ্কই গঢ় লৈ উঠে । শ্বিলঙৰ পৰা আমি নামি অহাৰ পিছত বৰ্ত্তমান তেখেতেও চাকৰি জীৱনৰ পৰা অৱসৰ লৈ গুৱাহাটীৰ কমলাকান্ত ভট্টাচাৰ্য পথৰ চেনিকুঠীত স্থায়ী নিবাসী হিচাবে পৰিয়ালসহ বসবাস কৰিবলৈ লোৱাত আমাৰ প্ৰতিবেশী হিচাবে পাই আমিও লাভবান হৈছো । এতিয়া উঠোতে বহোতে প্ৰায় সঘনাই লগ পাওঁ । সভাই সমিতিত লগ পালেও মাৰ্জিত ব্যৱহাৰ আৰু কথোপকথনৰ মাজেৰে সকলোকে আপ্লুত কৰে । শ্বিলঙত লগ পোৱা দিনবোৰৰ কথা সুঁৱৰিলে বহুত কথায়ে মনলৈ আহে । দাদাৰ নিজা বাসস্থান আছিল শ্বিলং চহৰৰ মতিনগৰ অঞ্চলত । সেই সময়ৰ অসমীয়া লোকৰ প্ৰধান বসতি অঞ্চল আছিল শ্বিলঙৰ বিষ্ণুপুৰ, মতিনগৰ, ৰূপবন, লাবান আদি। মেঘালয় সৃষ্টি হোৱাৰ পূৰ্বেই অসম চৰকাৰৰ মন্ত্ৰী ঁবিষ্ণুৰাম মেধি, ঁমতিৰাম বৰা, ঁৰূপনাথ ব্ৰহ্ম আদি ব্যক্তি সকলৰ নামেৰেই অঞ্চলবোৰ নামকৰণ কৰি হয়তো চৰকাৰী ক্ষমতাৰ স্বাক্ষৰ বহন কৰি ৰাখিছিল । ভালেমান সৰু সুৰা সামাজিক, সাংস্কৃতিক সাহিত্যৰ অনুষ্ঠান প্ৰতিষ্ঠানো গঢ়লৈ উঠিছিল অঞ্চলবোৰত। অন্যান্য অনুষ্ঠানৰ কথা বাদ দিলেও শ্বিলঙত দুটা সাহিত্য অনুষ্ঠান গঢ় লৈ উঠিছিল। সেয়া

হ'ল— শ্বিলং মুকুল সংঘ আৰু শ্বিলং সাহিত্য কানন। দুয়োটা অনুষ্ঠান সম্ভৱ এতিয়াও বৰ্ত্তি আছে । অনুষ্ঠান দুটাৰ বিশেষত্ব আছে। শীতৰ সেমেকা গধূলি বা আবেলি আৰু জহৰ মনোৰম বতৰতো সাহিত্যপ্ৰেমী ব্যক্তিৰ ঘৰত দেওবাৰে মাহেকত এবাৰ বা দুবাৰকৈ সাহিত্য আলোচনাৰ বৈঠক বহিছিল। উপস্থিত ব্যক্তি সকলে নিজে ৰচনা কৰা গল্প, কবিতা, প্ৰবন্ধ, ভ্ৰমণ কাহিনী আলোচনা চক্ৰত পাঠ কৰি আনন্দ পাইছিল আৰু নিজকে সাহিত্য সাধনাত মনোনিবেশ কৰিছিল। উক্ত আলোচনা চক্ৰৰ মাধ্যমতে আজি অসমৰ ভালে কেইগৰাকী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক সমালোচকক আমি পাইছো । মকুল সংঘৰ লগত ওতপ্ৰোত ভাবে জড়িত আছিল ৰাম গোস্বামী দাদা, ঁলক্ষেশ্বৰ শৰ্মা, ঁগণেশ ফুকন, ঁদুলাল ভূঞা, ঁশৰৎ চন্দ্ৰ কাকতী, অতুল চন্দ্ৰ বৰুৱা, ঁপ্ৰণীতা দেৱী, উমা বৰুৱা, গুৰুদত্ত ভাগৱতী আৰু ভালেমান গুণী-জ্ঞানী ব্যক্তি । তেনেদৰে শ্বিলং সাহিত্য কাননৰ লগতো জড়িত ব্যক্তি সকল আছিল অধ্যাপক ঁবীৰেণ তালুকদাৰ, ঁযুগল দাস, ৰাজেন হাজৰিকা, পুলিন বিহাৰী বৰঠাকুৰ, লোকনাথ ভৰালী, অৱনীন্দ্ৰ বড়া, অধ্যাপক মুকুন্দ শৰ্মা, ঁউমা শৰ্মা, ঁভাৰত পাঠক, প্ৰতাপ গোস্বামী, নীৰলা ভৰালী, অধ্যাপিকা নীলিমা শৰ্মা, নগেন চৌধুৰী, দ্বীজেন শৰ্মা, অধ্যাপক মোহিনী শইকীয়া, ভদ্ৰ বৰা, দেবব্ৰত লহকৰ, পদুম বৰুৱা, ঁৰামপদ দাস আৰু বহুতো গুণী ব্যক্তি । ময়ো ৮ বছৰ কাল সাহিত্য কাননৰ যুটীয়া সম্পাদকৰ দায়িত্বত আছিলো। এই আটাইখিনি ব্যক্তিয়েই মুকুল সংঘ আৰু সাহিত্য কাননৰ বৈঠকবোৰত যোগ দি নিজ নিজ ৰচনা পাঠ কৰি আজিও অবিৰাম গতিত সাহিত্য সাধনা কৰি আছে । সেই আলোচনা চক্ৰৰ মাজেৰেই আমি গোস্বামী দাদাৰ সান্নিধ্য লাভ কৰি আজিও আপোন হৈয়ে আছো । তেতিয়াৰ পৰাই তেখেতে ৰচনা কৰা চিন্তা গধূৰ প্ৰবন্ধ, নাট্য সমালোচনা আৰু অন্যান্য দেশী-বিদেশী সাহিত্য সম্ভাৰৰ সোৱাদ আমি পাই থৈছো । তেখেত যেহেতু নিজে এগৰাকী প্ৰসিদ্ধ মুখ্য গ্ৰন্থাগাৰিক সেযেহে বিশ্ব সাহিত্যৰ লগত তেখেতৰ সম্পৰ্ক আছিল অতি নিবিড । সেই গুণেই তেখেত এগৰাকী সচেতন সমালোচক । অধ্যয়নেই তেখেতক জ্ঞান গভীৰ কৰি তুলিছে । বিভিন্ন লিখকৰ ভিন্ন ৰুচিৰ সাহিত্যক নিৰ্ভীক ভাবে সমালোচনা কৰাটো এক গধুৰ দায়িত্ববোধৰ কথা । পুথি সমালোচনা কৰিবলৈ হ'লে কিতাপখন বিতংভাবে পঢ়ি নিৰ্দিষ্ট ধ্যান-ধাৰণা হৃদয়ঙ্গম কৰিহে ৰাইজৰ ওচৰত মতামত দাঙি ধৰিব পাৰি । এইক্ষেত্ৰত দাদা এগৰাকী সাৰ্থক সমালোচক । মোৰ পিতৃ ঁৰামপদ দাসৰ সোঁৱৰণত প্ৰকাশিত গ্ৰন্থ "শিক্ষাবিদ ৰামপদ দাস" পুথি সমালোচনাত দাদাৰ ওচৰত মই কৃতজ্ঞ আৰু পঢ়ি নিজেই আপ্লুত হৈছো । নাট্য সাহিত্যৰ ক্ষেত্ৰতো তেখেতৰ জ্ঞান অপৰিসীম । ভালেমান দেশী-বিদেশী অতি মূল্যবান নাটক অসমীয়া ভাষালৈ অনুবাদ কৰি

অসমৰ নাট্যপ্ৰেমী সমাজখনকো উপকৃত কৰিছে । সমাজ পৰিৱৰ্তনৰ ইয়ো একোটা শক্তিশালী ধাৰা, যিটো কাম দাদাই অতি নিয়াৰিকৈ কৰি আছে । বিভিন্ন নাট্য সন্মিলন আৰু অসম সাহিত্য সভাৰ দ্বাৰা অনুষ্ঠিত ভালেকেইখন আলোচনা চক্ৰত পৌৰহিত্য কৰি নিজৰ প্ৰতিভা প্ৰকাশ কৰি আহিছে । উপন্যাস, সমালোচনা সাহিত্য, অনুবাদ সাহিত্য সম্পাদনা আৰু নাটক আদিৰে বিভিন্ন মাধ্যমত ৰচনা কৰা সাহিত্যৰাজিয়ে দাদাৰ কৰ্মময় জীৱনটোক মহান কৰি তুলিছে । নতুন চামৰ কাৰণে এইবোৰেই প্ৰেৰণা বুলিব পাৰি । পঁচিশখনকৈ মূল্যবান কিতাপ ৰচনা কৰি, 'কেবাশ' প্ৰকাশিত প্ৰবন্ধ'ৰ দ্বাৰা দাদাৰ সাহিত্যিক জীৱনৰ সঠিক ভাবে মূল্যায়ন কৰা হওক তাৰেই মই কামনা কৰো । তেখেতৰ ৰচিত "অসমৰ লোক নাট্য" কিতাপৰ বাবে গুৱাহাটী সাহিত্য কাননৰ ঘোষিত "ৰেবানাথ শৰ্মা বঁটা" লোক সাহিত্যৰ ভিত্তিত তেখেতক প্ৰদান কৰা হয় । শ্বিলঙৰ মুকুল সংঘ আৰু শ্বিলং সাহিত্য কাননৰ দৰে গুৱাহাটীতো গুৱাহাটী আলোচনা চক্ৰ আৰু গুৱাহাটী সাহিত্য কাননৰ বিশেষ বিশেষ বৈঠকবোৰত দাদা প্ৰায়ে উপস্থিত থাকে । তেখেতৰ ৰচিত প্ৰথম উপন্যাস— "প্ৰতীক্ষা" গুৱাহাটী সাহিত্য কাননৰ সৌজন্যত গৌৰী সদনৰ জনবহুল সভাত উন্মোচন কৰা হয় । চৰকাৰে ১৯৮৮ চনতে "সাহিত্যিক পেঞ্চন" প্ৰদান কৰি উপযুক্ত কাম কৰিছে ।

অসমৰ পুথিভঁৰাল সম্প্ৰসাৰণৰ ক্ষেত্ৰত গোস্বামী দাদাৰ অৱদান যথেষ্ট আছে । পুথিভঁৰাল বিভাগটোৱে যেহেতু শিক্ষা-সংস্কৃতিৰ লগত জড়িত গতিকে চিন্তা-চৰ্চাবোৰো উচ্চমান বিশিষ্ট হোৱাটো স্বাভাৱিক । অসম চৰকাৰৰ ৰাজ্যিক মুখ্য গ্ৰন্থাগাৰিক হিচাবে দেশে-বিদেশে বিভিন্ন চেমিনাৰ আলোচনা চক্ৰলৈ আমন্ত্ৰিত হৈ আমেৰিকা, লণ্ডন, অষ্ট্ৰেলিয়া, ফ্ৰান্স আদি ভ্ৰমণ কৰি প্ৰচুৰ অভিজ্ঞতা অৰ্জন কৰি বিভাগটোক উন্নীত কৰিছিল । যোৱা সত্তৰৰ দশকতে আমি এ. জি অডিটৰ পিনৰ পৰা ৰাজ্যিক পুথিভঁৰাল অডিট কৰিবলৈ গৈছিলো। কিন্তু দাদাৰ পৰামৰ্শ অনুসাৰে গোটেই অসমৰ জিলা আৰু মহকুমা পৰ্য্যায়ৰ সকলোবোৰ পুথিভঁৰাল বিশেষ ভাবে অডিট কৰি এক সুকীয়া অভিজ্ঞতা অৰ্জন কৰিছিলো । গ্ৰাম্য স্তৰলৈ পুথিভঁৰাল বিস্তাৰ কৰিবলৈ প্ৰয়াস কৰিছিল । ভালে সংখ্যক মূল্যবান কিতাপ এ. জি কাৰ্য্যালয়ৰ কৰ্মচাৰীৰ পুথিভঁৰাললৈ অনুদান হিচাবে দি আমাকো সহায় কৰিছিল । সভাই সমিতিয়ে দাদাক বিশেষ ভাবে মই আমন্ত্ৰণ জনালে পৰাপক্ষত মোক বিমুখ নকৰে এয়া হয়তো আত্মীয়তাৰ দাবী বুলিয়েই মোৰ ধাৰণা । মই উপলব্ধি কৰো, মোৰ সামাজিক কামবোৰৰ প্ৰতি দাদাৰো আন্তৰিক আশীৰ্ব্বাদ সদায় পাই থাকো । পৃথিৱীত ইজনে সিজনক মনেৰে, কামেৰে, আদৰ্শৰে বুজিব পাৰিলেই মানুহ সুখী

হ'ব পাৰে বুলি মই ধাৰণা কৰো । সেই ক্ষেত্ৰত দাদা সুখী, কাৰণ তেখেতৰ কৰ্মযোগী মনটোৱে বয়সক টলাব পৰা নাই । গ্ৰন্থৰ আপুৰুগীয়া ৰসেই হয়তো তেখেতৰ জীৱনী শক্তি । কৰ্মময় জীৱনৰ লগে লগে দাদাৰ সাংসাৰিক জীৱনো সুখৰ ; সেয়েহে সাহিত্যই এৰা দিব পৰা নাই । এই গতিৰেই শাৰীৰিক, মানসিক ভাবে সমাজৰ আৰু মানুহৰ হকে দাদাই কাম কৰি যাব পাৰিব বুলি মনত আশা ৰাখিছো, লগতে সৃজনীমূলক সাহিত্য সম্ভাৰ বৃদ্ধি হওক সেই আশাৰেই আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো । ব্যক্তিগত সান্নিধ্যই আৰু বহুতো কথা লিপিবদ্ধ কৰিবলৈ হেঁপাহ থাকে, সেইবোৰ বাদ দিলো আনৰ লিখনিৰ পৰা জনাব একান্ত ইচ্ছা আৰু মোৰ লিখনি অনাবৃত দীঘলীয়া হোৱাৰ ভয় আৰু শঙ্কাত । জুখি মাখি কথাবোৰ জুকিয়াই লিখিব পাৰিলে ভাল আছিল কিন্তু নিজে যিহেতু সাহিত্যিক বা লেখক নহওঁ সেয়েহে তেনে ধৃষ্টতা মোৰ নাই আৰু আৰু সাহসো নাই । মাথো মনৰ কথাখিনি সহজভাবে প্ৰকাশ কৰিলো ।

# মোৰ মনৰ মাজত ৰাম দাদা

**নয়ন প্ৰসাদ**

সত্তৰৰ দশকৰ মাজভাগৰ কথা। হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ অন্তত হাতত অফুৰন্ত সময়। সেই সময়ত মোৰ মামা হীৰামন গোস্বামীৰ "স্পট লাইট" নামৰ আলোক নিয়ন্ত্ৰণৰ কম্পেনী এটা আছিল। গুৱাহাটীত হোৱা প্ৰায়বোৰ নাটক আৰু সাংস্কৃতিক অনুষ্ঠানৰ আলোক নিয়ন্ত্ৰণৰ দায়িত্বত আছিল মোৰ মামা। নাটকৰ নিচা আছিলেই গতিকে মামাৰ সহকাৰীৰূপে কাম কৰিবলৈ ল'লো। পৰিচয় ঘটিল বিভিন্ন নাট্যদলৰ স'তে। সেই সময়ৰ এটি অগ্ৰণী নাট্যদল 'শৌভিক'। গুৰিধৰোঁতা আছিল নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱা আৰু অভিনেতা পৰিচালক প্ৰয়াত ডম্বৰু দাস। শৌভিকৰ প্ৰায়বোৰ নাটকতেই আমি জড়িত আছিলো। গুৱাহাটীৰ বাহিৰেও অন্যান্য ঠাইলৈ প্ৰদৰ্শনৰ বাবে গৈছো। কেবাখনো সফল আৰু স্মৰণীয় নাট প্ৰযোজনা কৰা শৌভিকে প্ৰখ্যাত আমেৰিকান নাট্যকাৰ টেনেচি উইলিয়ামচৰ "গ্লাচ মিনাজেৰী" নাটখনৰ ৰাম গোস্বামীয়ে কৰা অসমীয়া ৰূপান্তৰ "পলাশৰ ৰং" মঞ্চায়ন কৰিবলৈ ঠিক কৰিলে। এই নাটখনৰ প্ৰযোজনাৰ সময়তেই ৰাম গোস্বামী দাদাৰ সতে ঘনিষ্ঠ সম্পৰ্ক গঢি উঠিল - আৰম্ভ হ'ল এক দীঘলীয়া সম্পৰ্ক- যি আজিও অটুট আছে।

"পলাশৰ ৰং" আছিল শৌভিকৰ এখন সফল প্ৰযোজনা - মোৰ মা বীণা প্ৰসাদেও এই নাটত অভিনয় কৰিছিল। মাত্ৰ চাৰিটা চৰিত্ৰৰ এই নাটখন অসমৰ বিভিন্ন ঠাইত অভিনীত হৈ প্ৰশংসা বুটলিছে। অমায়িক স্বভাৱৰ অথচ ব্যক্তিত্বসম্পন্ন আৰু সৰু বৰ সকলোকে চেনেহৰ চকুৰে চোৱা দাদাই বিশ্বনাট্য সাহিত্যৰ উল্লেখযোগ্য কিছু নাট অসমীয়ালৈ অনুবাদ কৰিছে। আগাথা ক্ৰিষ্টিৰ বিখ্যাত নাট "মাউচ ট্ৰেপ"ৰ অসমীয়া ৰূপান্তৰ "পিঞ্জৰা" খন মঞ্চায়ন কৰাৰ সমযত মোৰ ওপৰত দাদাই গধুৰ দায়িত্ব দিলে। পোহৰ নিযন্ত্ৰণৰ উপৰিও মঞ্চসজ্জাৰ দায়িত্ব মই ল'ব লাগে। মোৰ মনত ভয় আছিল যদিও টমিদা আৰু ৰাম গোস্বামী দাদাই যোগোৱা সাহস আৰু প্ৰেৰণাৰ বাবে সেই কাম সুকলমে সমাধা কৰিব পাৰিছিলো। সকলোৰে সুন্দৰ সহযোগৰ বাবেই শৌভিকৰ আন এখন সফল নাট ৰূপে পৰিগণিত হৈছিল "পিঞ্জৰা"। দাদাৰ সাৱলীল অনুবাদে শেষলৈকে দৰ্শকৰ মনত উৎকণ্ঠা বজাই ৰাখিছিল।

আকাশবাণীত কাম কৰাৰ সূত্ৰে, বিভিন্ন কামত প্ৰায়ে দাদাৰ ওচৰলৈ যাব লগা হয়। দাদায়ো মোক মাতি পঠিয়ায়। সময় থাকিলে আমি প্ৰায়ে বহি, নাটক-চিনেমাৰ কথা আলোচনা কৰো। তেনে এক আলোচনাতেই দাদাই ডেৰিও ফো'ৰ বিখ্যাত নাট " এক্সিডেণ্টেল্ ডেথ্ অব্ এন্ এনাৰফিষ্ট" খন অনুবাদ কৰাৰ কথা কৈ আমাৰ সংঘৰ যোগে প্ৰযোজনা কৰাৰ কথা উলিয়ালে। এই নাটকখনৰ বিষয়ে বন্ধু, চিত্ৰ পৰিচালক হেমন্ত দাসে মোক কৈছিল। তেখেতে নাটখন মুম্বাইত চাইছিল। লগেলগে পাণ্ডুলিপিটো আনি পঢ়ি চাই আমি প্ৰযোজনা কৰাৰ সিদ্ধান্ত ল'লো। এজন উগ্ৰবাদীৰ মৃত্যুত নাটখনে ৰাষ্ট্ৰসন্ত্ৰাসৰ এনে এক ৰূপ উদঙাই দিছিল - যি অসমৰ পটভূমিত চলি থকা ঘটনাৰ স'তে একেবাৰে খাপ খাই পৰিছিল। দৰ্শকৰ পৰা আমি পাইছিলো অভূতপূৰ্ব সঁহাৰি। অসমৰ বিভিন্ন ঠাইৰ পৰা আমন্ত্ৰণ পোৱা গৈছিল যদিও জিলা প্ৰশাসনে অনুমতি নিদিয়া বাবে এই সফল নাটখনৰ প্ৰস্তুতি বাতিল কৰিবলগীয়া হয়। ন'বেল বঁটা বিজয়ী এইগৰাকী নাট্যকাৰক অসমৰ ৰাইজৰ স'তে পৰিচয় কৰাই দিযাৰ কৃতিত্বও দাদাৰে।

সাংস্কৃতিক ক্ষেত্ৰৰ সকলো কাম-কাজতে দাদা সদায আগৰণুৱা। সকলো ধৰণৰ অনুষ্ঠানতে দাদা উপস্থিত থাকিবলৈ যত্ন কৰে। অনুষ্ঠান চাই উঠি নিৰপেক্ষ ভাবে আলোচনা আগবঢ়ায়। যোৱা বছৰত ৰবীন্দ্ৰ ভৱনত অযুক্তিকৰ ভাড়াবৃদ্ধিৰ প্ৰতিবাদত গঠন কৰা এখন সমিতিৰ সভাপতিৰ দায়িত্ব দিয়া হৈছিল দাদাক। দাদাই দিয়া যোগ্য নেতৃত্ব আৰু উপদেশৰ যোগে আমি এই দিশত অগ্ৰসৰ হৈ, বিভিন্ন বিষযা আৰু মুখ্যমন্ত্ৰীক সাক্ষাৎ কৰি ভাডা হ্ৰাস কৰাৰ ক্ষেত্ৰত সফল হৈছিলো। এটা কথা কোৱা প্ৰয়োজন যে দাদাই তেখেতৰ কিতাপ 'নাটক আৰু নাটক' খন মোৰ নামতে সমৰ্পণ কৰি মৰমৰ চিন প্ৰকাশ কৰিছে।

দাদাই হেনো সত্তৰৰ দেওনা গৰকিলে। দাদাক দেখি তেনে যেন নালাগে। অলপতে হোমেন বৰগোহাঞিদেৱৰ ৰচনা এখনতে পঢ়িলো অলিভাৰ ওৱেণ্ডেল হোমছ্ নামৰ মানুহ এজনৰ কথা। হোমছে কৈছিল - "চল্লিশ বছৰীয়া বুঢ়া হৈ থকাতকৈ সত্তৰ বছৰীয়া ডেকা হৈ থকাটো বেছি আনন্দদাযক"। দাদাৰ ক্ষেত্ৰতো এই কথাযাৰ খাটে। জীৱনৰ প্ৰতিটো মুহূৰ্ত সৃষ্টিশীল কাম-কাজৰ মাজেৰে দাদাই উপভোগ কৰিছে। দাদাৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনা কৰিলো।

# সমাজ সেৱক ৰাম গোস্বামী

## শ্ৰীমতী ৰীণা বৰা

প্ৰবীণ নাট্যকাৰ, প্ৰসিদ্ধ সমালোচক, প্ৰবন্ধকাৰ, জনপ্ৰিয় অনুবাদক, যশস্বী শিল্পী ৰামগোস্বামী দেৱে নিজৰ সাৰগৰ্ভ, সাৱলীল লেখনীৰ দ্বাৰা পাঠকক মনোৰঞ্জন কৰাৰ উপৰিও সমসাময়িক সমাজৰ প্ৰকৃত ছবিখন দাঙি ধৰি তাৰ খুটি নাটি সকলোদিশ সামৰি তাৰ সংশোধনৰ প্ৰচেষ্টাও কৰিছিল।

গোলাঘাট এখন সৰু ঠাই। কিন্তু সাহিত্য, শিল্প, নৃত্যগীত, খেলাধূলাৰ ক্ষেত্ৰত দেশলৈ গৌৰৱ কঢ়িয়াই অনা বহু কেইজন ব্যক্তি ইযাতে জন্ম গ্ৰহণ কৰিছিল অথবা ইয়াতে শিক্ষা দীক্ষা লাভ কৰিছিল। সাহিত্যৰ ওজা অভিধান প্ৰণেতা হেমচন্দ্ৰ বৰুৱা, পণ্ডিত প্ৰঁবৰ হেমচন্দ্ৰ গোস্বামী, ৰাজনীতিবিদ অসম মন্ত্ৰী সভাৰ এসময়ৰ সদস্য ঘনশ্যাম বৰুৱা, সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শীৰ্ষ স্থানীয গল্প ৰচক, শংকৰদেৱ বটা বিজেতা চৈয়দ আব্দুল মালিক, বিশিষ্ট নাট্যকাৰ সুৰেন শইকীযা, সফল অভিনেতা নগেন বৰুৱা, সূৰ্য বৰুৱা, মাখন প্ৰসাদ দুৱৰা, ৰাণা তামুলী প্ৰভৃতি, সমাজসেৱিকা ইন্দু প্ৰভা বৰুৱা, পদ্মবিভূষণ পুষ্পলতা দাস, কলা গৱেষক শ্ৰী প্ৰদীপ চলিহা, তেখেতৰ শিষ্যা নৃত্যপটিযসী ইন্দিৰা পি পি বৰা, সাংবাদিক শ্ৰী কীৰ্তিনাথ হাজৰিকা, কবি যমুনেশ্বৰী খাটনিযাৰ, সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু বিশিষ্ট শিক্ষাবিদ ড" নগেন শইকীয়া, কৃতী শিক্ষাবিদ শ্ৰী ধীৰেন্দ্ৰ নাথ বুঢ়াগোঁহাই, খেলুৱৈ শ্ৰীমতী মীনা বৰা, ইংলণ্ডৰ জুনিয়ৰ বেংলাৰ শ্ৰী অনুপম শইকীয়া, শিল্পী আৰু কথাছবি পৰিচালক শ্ৰী শিৱ প্ৰসাদ ঠাকুৰ, পৰিচালক শ্ৰী তপোব্ৰত বৰুৱা, বোৱাৰী মৃদুলা বৰুৱা, পৰিচালক মুনীন বৰুৱা, সুকণ্ঠী গায়িকা মালবিকা বৰা ইত্যাদি অনেকৰ নাম মনলৈ আহে। গোলাঘাটৰ কৃতী সন্তান সকলৰ এজন শ্ৰী ৰাম গোস্বামী ডাঙৰীয়াই তেখেতৰ মূল্যবান সাহিত্য কৰ্মৰ যোগেদি অসমৰ সাহিত্য জগতত এখন সুকীয়া আসন লাভ কৰি গোলাঘাটলৈ গৌৰৱ কঢ়িযাই আনিছে। সেই সৰু চহৰখনৰ প্ৰাণ কেন্দ্ৰ এমেচাৰ থিয়েটাৰ হল, য'ত উদীযমান অভিনেতা অভিনেত্ৰীয়ে নিজৰ শিল্পী জীৱনৰ প্ৰথম খোজ পেলাই ভৱিষ্যতৰ সোণালী সপোন ৰচিছিল আৰু বহুক্ষেত্ৰত সফলো হৈছিল। আমি সৰুতে পূজাৰ কেইদিন এমেচাৰ থিয়েটাৰ হলত ওৰেনিশা

ৰাতি পুৱাই যোৱালৈকে থিয়েটাৰ চোৱা এতিয়াও মনত আছে। উৎসৱমুখৰ সেই পৰিবেশ, মিলাপ্ৰীতিৰ সেই এনাজৰী শিল্পৰ সাধনাৰে সুদৃঢ় কৰি ৰাখিছিল এই সৰু চহৰ খনে। কোনো হিংসা নাই, বিদ্বেষ নাই, মৰম চেনেহৰ মধুৰ সম্পৰ্ক বিৰাজমান। এমেচাৰ থিয়েটাৰ হলৰ লগত জড়িত শ্ৰী ৰাম গোস্বামী, তেখেতৰ ককায়েক হৰিশ্চন্দ্ৰ গোস্বামীয়ে নিজৰ অতুলনীয় অভিনয় প্ৰতিভা প্ৰদৰ্শনৰ উপৰিও সংগঠনৰ কামতো দেহেকেহে খাটিছিল, চহৰ বাসীৰ সাংস্কৃতিক উন্নয়নৰ বাবে শিক্ষা, সাহিত্য শিল্প কলা আদিৰ চৰ্চ্চাত তেখেত সকলে আগভাগ লৈছিল। শ্ৰী ৰামগোস্বামী দেৱে সাহিত্যৰ বিভিন্ন দিশত বৰঙণি আগবঢ়াইছে। বিশ্বৰ প্ৰসিদ্ধ নাট্যকাৰ সকলৰ উৎকৃষ্ট নাটকৰ সোৱাদ দিবলৈ সেইবোৰ অসমীয়া ভাষালৈ অনুবাদ কৰিছে। সেইদৰে 'আমেৰিকা পৰিচিতি' নামৰ ভ্ৰমণ কাহিনী ৰচনা কৰি পাঠকক সুদূৰ আমেৰিকাৰ সম্পৰ্কে জানিবলৈ সুবিধা দিছে। তিনিখন মালয়লাম নাটক অসমীয়ালৈ অনুবাদ কৰি বিভিন্ন ভাষাৰ নাটকৰ ৰস আস্বাদন কৰাৰ সুযোগ দিছে। 'মন আৰু মন', অংগৰাগ, বিশ্ববিশ্ৰুত নাট্যকাৰ, জীৱন বৃত্ত, পলাশৰ ৰং, অসমৰ লোক নাট্য আদিভালেকেইখন পুথি ৰচনা কৰি অসমীয়া সাহিত্যৰ ভড়াল চহকী কৰিছে। এজন সৎ সাহসী আৰু স্পষ্টবাদী সমালোচক হিচাপে ভালেসংখ্যক পুথি সমালোচনা কৰি ন-লেখকক শুদ্ধ পথ দেখুৱাইছে। প্ৰতীক্ষা তেখেতৰ প্ৰথম উপন্যাস। এই সামাজিক উপন্যাস খনিত গোস্বামী দেৱে বৰ্তমান সমাজৰ এখন সুস্পষ্ট ছবি দাঙি ধৰিছে য'ত অসহায় পিতৃ-মাতৃযে সন্তানৰ ওপৰত কতৃত্ব হেৰুৱাই নিজৰ আদৰ্শ মতে সন্তান গঢ় দিয়াত ব্যৰ্থ হৈছে।

নিজৰ সুদীৰ্ঘ কৰ্মময় জীৱনত গোস্বামীদেৱে পুথিভঁৰালৰ উন্নয়ণৰ বাবে আশাসুধীযা ভাৱে চেষ্টা কৰিছিল। এই সংক্ৰান্তত তেখেতে অষ্ট্ৰেলিয়া, আমেৰিকা, ইংলণ্ড আদি ভ্ৰমণ কৰি বিভিন্ন কাৰ্যক্ৰমত অংশ গ্ৰহণ কৰি বিৰল অভিজ্ঞতা লাভ কৰে আৰু তাক কৰ্মক্ষেত্ৰত প্ৰয়োগ কৰে। পুথিভঁৰালৰ ক্ষেত্ৰত আগবঢ়োৱা অৱদানৰ বাবে তেখেতক কলিকতাৰ ৰাষ্ট্ৰীয় পুথিভঁৰাল আৰু ৰাজা ৰামমোহন ৰায় লাইব্ৰেৰী ফাউণ্ডেচনৰ সদস্য ৰূপে নিৰ্বাচিত কৰে।

সমাজ সেৱক ৰূপে গোস্বামী দেৱ ভাৰতীয় শিশু কল্যাণ পৰিষদৰ অসম শাখাৰ প্ৰতিষ্ঠাপক সদস্য সকলৰ এজন হিচাবে এই অনুষ্ঠানলৈ সকলো ক্ষেত্ৰতে দিহা পৰামৰ্শ আগবঢ়াই আহিছে। শিশুসকলৰ মানসিক প্ৰতিভা বিকাশৰ বাবে বিভিন্ন দিশত তেখেতে সহায় সহযোগ দিয়াত অগ্ৰণী ভূমিকা লৈছে। বিশেষকৈ তেখেতৰ পৰামৰ্শমতে পৰিষদে শিশু সকলৰ বাবে এটি পুথিভঁৰাল গুৱাহাটীৰ হেমবৰুৱা শিশু সদনত আৰম্ভ কৰিছে। অন্যান্য কাৰ্যক্ৰম বা আঁচনি ৰূপায়নতো তেখেতে সদাই

সক্ৰিয় সহযোগ আগবঢ়াই আহিছে। পৰিষদৰ সদস্যা সকলে ১৯৭৮ চনত কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ ৰচিত শ্ৰদ্ধেয় ৰাম গোস্বামী দেৱৰ অনুদিত 'নটীৰ পূজা' নাটক মঞ্চস্থ কৰি ভূয়সী প্ৰশংসা লাভ কৰে আৰু যথেষ্ট পুঁজি সংগ্ৰহ কৰিবলৈ সক্ষম হয়। এই নাটকৰ পৰিচালনা কৰিছিল নাট্য প্ৰভাকৰ শ্ৰী সত্য প্ৰসাদ বৰুৱা দেৱে। দুয়োজনৰ অক্লান্ত পৰিশ্ৰম আৰু উদগণিৰ বাবে প্ৰবীণা মহিলাসকলে কৰা এই নাটকে সকলোকে আনন্দ দিব পাৰিছিল আৰু এখন উচ্চ মান বিশিষ্ট নাট্যাভিনয় বুলি দৰ্শকে মত প্ৰকাশ কৰিছিল।

মানব প্ৰেমী গোস্বামী ডাঙৰীয়াই নিজৰ সততা আৰু নিষ্ঠাৰে মানুহলৈ সেৱা আগবঢ়াই আহিছে অতুলনীয় সাহিত্য কৰ্মৰ যোগেদি, কোনো ক্ষেত্ৰত শিল্প সাধনাৰ দ্বাৰা, কেতিয়াবা আকৌ সামাজিক কৰ্ম ৰাজিৰ মাজেদি। প্ৰচাৰ বিমুখ, উদাৰ মনা এই গৰাকী ব্যক্তিয়ে গুণীজনৰ প্ৰতি অকপটে শ্ৰদ্ধা যাচিছিল, বিভিন্ন স্বেচ্ছাসেৱী সাহিত্যানুষ্ঠানৰ লগত জড়িত হৈ গুণীজ্ঞানী লোকৰ প্ৰতি শ্ৰদ্ধা নিবেদন, সম্বৰ্দ্ধনা আদি জনোৱাৰ ক্ষেত্ৰত আগভাগ লৈছিল। তেখেতৰ এই অদমনীয় কৰ্মশক্তি, উদ্যম আৰু গভীৰ অধ্যয়নে তেখেতক এজন সফল সু সাহিত্যিক ৰূপে সমাজত সু প্ৰতিষ্ঠা কৰিছে। নতুন পুৰুষে শ্ৰদ্ধেয় ৰাম গোস্বামী দেৱৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ অসমীয়া সাহিত্য, অসমীয়া সমাজ সুস্থ ৰূপত গঢ় দিবলৈ প্ৰচেষ্টা চলালে নিশ্চয় এখন শান্তিপূৰ্ণ আৰু প্ৰগতিশীল সুন্দৰ অসম গঢ়ি উঠিব বুলি আমি ভাবো। তেখেতৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনা কৰিলোঁ।

# ৰাম গোস্বামী ঃ এগৰাকী আদৰণীয় ব্যক্তি

## শ্ৰীমতী দীপ্তি বৰুৱা

**সৰুৰে** পৰা কিতাপ পঢ়িবলৈ ভাল পাওঁ বাবেই পুথিভঁৰালৰ প্ৰতি মোৰ এক বুজাব নোৱাৰা আকৰ্ষণ আছে। সেয়েহে এই পুথি সমূহৰ মাজত বহি থকা গ্ৰন্থাগাৰিক জনৰ প্ৰতি সদায়ে মোৰ মনত এটা ঈৰ্ষাৰ ভাব আছিল। ইমানবোৰ কিতাপৰ মাজত বহি থকা জনৰ মগজুত কিমান যে জ্ঞানৰ ভাণ্ডাৰ থাকিব পাৰে, সেই কথাষাৰ ভাবিছিলো বাবেই অসম চৰকাৰৰ ৰাজ্যিক গ্ৰন্থাগাৰিক ৰূপে ৩৩ বছৰ কাৰ্যনিৰ্বাহ কৰা শ্ৰীযুত ৰাম গোস্বামী দেৱক জনাৰ, লগপোৱাৰ এটা হাবিয়াস মনতে সদায় পুহি ৰাখিছিলো। বিয়াৰ পিছত গুৱাহাটীলৈ আহি ভালেমান গুণী জ্ঞানী লোকক লগ পোৱাৰ সুবিধা পালো। বাতৰি কাকতত পুথি সমালোচনা পঢ়ি, নাটক, প্ৰবন্ধ, অনুবাদ সাহিত্য পঢ়ি বৰকৈ মন গ'ল সেইজন ৰামগোস্বামীকো ভালকৈ জানিবলৈ। একেজন ব্যক্তিয়েই যে পুথিভঁৰালৰ পুথিৰ পৰা ভালেমান মৌ আহৰণ কৰি তাৰ সোৱাদ অসমীয়া পাঠকক দি আহিছে, সেই কথা জানিব পাৰি অভিভূত হলো। তেখেতক লগ পোৱাতো পিছত মোৰ বাবে তেনেই সহজ হৈ পৰিল। জিনু বাইদেউৰ (তেখেতৰ পত্নী) লগত একেটা অনুষ্ঠানতে কাম কৰি নিচেই আপোন হৈ পৰাৰ পিছত গোস্বামী ডাঙৰীয়াক ঘনাই লগ পাবলৈ সুবিধা পালো।

ভাৰতীয় শিশু কল্যাণ পৰিষদ অসম শাখাৰ প্ৰতিষ্ঠাপক অন্যতম সদস্য ৰূপে গোস্বামী ডাঙৰীয়াই বৰ্ত্তমানলৈকে পৰিষদৰ সকলো কামকাজত সম্পূৰ্ণ সহযোগ আগবঢ়াই আহিছে। পৰিষদৰ তৰফৰ পৰা এটি পুথিভঁৰাল খোলোতে তেখেতে ভালেমান পুথি দান দিয়াৰ উপৰিও পুথিভঁৰালৰ সকলো নীতি নিয়ম আমাক অতি সুন্দৰকৈ বুজাই দিছিল। ভাৰত চৰকাৰৰ দ্বাৰা মনোনীত হৈ অষ্ট্ৰেলিয়া আৰু আমেৰিকাৰ পৰা গ্ৰন্থাগাৰৰ অভিজ্ঞতা লাভ কৰা গোস্বামী দেৱৰ সহায় আমাৰ বাবে অতি মূল্যবান আছিল। কলিকতাৰ ৰাজাৰামমোহন ৰয় পুথিভঁৰাল উন্নয়ন প্ৰতিষ্ঠানৰ পৰা কিতাপ আৰু আৰ্থিক অনুদান লাভ কৰা বিষয়ত আমাৰ অনুষ্ঠানক যাৱতীয় দিহা পৰামৰ্শ দি তেখেতে সহায় কৰিছিল। জানিব পৰা মতে তেখেতে গাৱেঁ ভূঞেও ভালেমান পুথিভঁৰালত পুথি দান কৰিছে। মহিলা আৰু শিশু বিনোদন কেন্দ্ৰ নামৰ অনুষ্ঠানটিৰো আলোচনী প্ৰকাশত তেখেতৰ সহায় পাহৰিব নোৱাৰি। অসমৰ বৌদ্ধিক

সমাজত আদৰণীয, সদা ব্যস্ত, সু প্ৰতিষ্ঠিত সাহিত্যিক জনে এনেদৰে সহায় কৰাতো তেখেতৰ মহানুভৱতাৰে পৰিচায়ক।

নতুন লেখক লেখিকা সকলক উৎসাহিত কৰাটোৱেই গোস্বামীদেৱৰ ধৰ্ম। সৰু ডাঙৰ যি জনেই তেখেতৰ সহায় বিচাৰিছে, সকলোকে তেখেতে উদাৰ ভাৱেৰে পাৰ্যমানে সহায কৰিছে। গুৱাহাটী লেখিকা সমাৰোহ সমিতিৰ তৰফৰ পৰা আয়োজন কৰা কবিতাৰ কৰ্মশালাত তেখেতে প্ৰতিটো কবিতাৰ বিষয়ে ইমান সুন্দৰ পৰ্য্যালোচনা দাঙি ধৰিলে যে প্ৰথম কবিতা লেখিবলৈ লোৱা মহিলা গৰাকীয়েও নিজৰ ভুল ত্ৰুটি বুজি পাই পুনৰ কবিতা লেখিবৰ বাবে উৎসাহিত হ'ল।

মই এগৰাকী সাধাৰণ লেখিকা। এখনি শিশু উপন্যাস হাতে লেখা অৱস্থাতে লেখি তাৰ ওপৰত তেখেতক এটি মন্তব্য লেখি দিবৰ বাবে অনুৰোধ জনাইছিলো। তেখেতে অতি কম দিনৰ ভিতৰতে মোক উৎসাহিত কৰি এটি সুন্দৰ মন্তব্য লেখি দিলে। কিন্তু সেই উপন্যাস খনি এতিয়ালৈকে প্ৰকাশ কৰিব নোৱাৰিহে মই হতাশ হৈছো। তেখেতৰ সুন্দৰ হাতৰ আখৰৰ সেই মন্তব্য লেখি দিয়া কাকত খন মই প্ৰায়ে উলিযাই চাওঁ আৰু লগে লগে হাতত কলম লবলৈ উৎসাহ পাওঁ।

পুৰা ভালেমান পৰ গোঁসাই ঘৰত কটোৱা গোস্বামী দেৱে ঘৰে- পৰে, নিজে যেনেকৈ ব্যস্ত হৈ থাকে, সেইদৰে ব্যস্ত ৰাখিব বিচাৰে নিজৰ চেনেহৰ পত্নী জিনুবাইদেউক। এজন সদা ব্যস্ত সাহিত্যিকে নিজৰ পত্নীক অহৰহ সমাজ সেৱাৰ কামত উৎসাহিত কৰি থকা খুব কমেইহে পৰিলক্ষিত হোৱা দেখা যায়। মই জনাত জিনু বাইদেৱেও গোস্বামী ডাঙৰীযাক সাহিত্যকৰ্ম চলাই নিযাত সম্পূৰ্ণ সহযোগিতা দি আহিছে। মেল মিটিঙলৈ যাওঁতে, সাহিত্য চৰ্চা কৰি থাকোতে, সকলো বস্তু হাততে পোৱাকৈ সদাযে বাইদেৱে যতনাই থয়। ঘৰুৱা লেঠাবোৰ যিমান পাৰে নিজে চম্ভালি স্বামীক সাহিত্য সেৱাত মনোনিবেশ কৰিবলৈ জিনুবাইদেৱে যি সহায় কৰিছে তাৰ বাবে তেখেত ধন্যবাদৰ পাত্ৰী। মোৰ ভাব হয, জিনুবাইদেউ গোস্বামী দেৱৰ সাহিত্যকৰ্মৰ এক অনন্যা প্ৰেৰণা। পৰস্পৰে পৰস্পৰক বুজা এনে সুখী দম্পতি মই খুব কমেইহে লগ পাইছো।

গোস্বামীদেৱে ৰচনা কৰা নাটক, সমালোচনা, গধুৰ গৱেষণামূলক প্ৰবন্ধ আদিয়ে অসমৰ সাহিত্য ভঁড়াল চহকী কৰিছে। বিভিন্ন বিষয়ত তেখেতৰ যেন কৌতূহলৰ অন্ত নাই! তেখেতে ৰচনা কৰা কেইবাখনো নাটকৰ অভিনয় চাবলৈ পাইছো। সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ মনৰ মাজত সোমাব পৰা এইজনা ব্যক্তিৰ পৰা আমি আৰু বহুত ভিন্নৰুচিৰ সাহিত্য আশা কৰিব নোৱাৰোনে? নাটকৰ ক্ষেত্ৰত কব পাৰি যে তেখেতে প্ৰতিখন নাটকৰ প্ৰতিটো চৰিত্ৰ এনে সুন্দৰকৈ অঙ্কিত কৰে যে অভিনয়

কৰোতা আৰু অভিনয় উপভোগ কৰোতা দুয়োৰে মনত গভীৰ উপলব্ধিৰ সাঁচ নবহাকৈ নাথাকে। নিভাঁজ সংস্কৃতি প্ৰেমী, জনপ্ৰিয় নাট্যকাৰ জনে নিস্বাৰ্থ ভাবে লিখনিৰে আঁকি গৈছে সমাজৰ ছবি। অলপতে তেখেতৰ ৰচিত নাট 'মাদল'ৰ অভিনয় চাইছিলো। নাটখনত চাহবাগিচাৰ বনুৱাৰ চৰিত্ৰক যে এনে জীৱন্ত ৰূপত অঙ্কিত কৰিব পাৰে, ভাবি বিস্ময় মানিছো। নাটখন আদিৰ পৰা অন্তলৈকে উপভোগ কৰি মই সচাঁযে অভিভূত হৈছিলো বোধকৰো এটা সময়ত তেখেতে চাহবাগিচাৰ বনুৱাৰো অন্তৰত সোমাবলৈ সক্ষম হৈছিল।

অসমীয়া লোক সংস্কৃতিৰ বাবে অমূল্য সম্পদ হৈ ৰব তেখেতৰ দ্বাৰা ৰচিত 'অসমৰ লোক নাট্য' গ্ৰন্থ খনি। উক্ত পুথিৰ বাবে গুৱাহাটী সাহিত্য কাননে বঁটা প্ৰদান কৰাতো আনন্দৰ কথা। নাটক অনুবাদ কৰাতো বেচ জটিল কাম। তেখেতে হিন্দী আৰু বঙলাৰ পৰা যি কেইখন নাটক অনুবাদ কৰিছে, সেই কেইখনৰ অনুবাদ অতি সুন্দৰ হৈছে। তেখেতে পিচলৈ অসমৰ জলন্ত সমস্যা উগ্ৰবাদৰ ওপৰত 'প্ৰতীক্ষা ৰ দৰে ৰসাল উপন্যাসৰো সৃষ্টি কৰিলে।

গোস্বামী দেৱৰ জন্মদিন ৰাজহুৱা ভাবে পালন কৰি যি সকলে অভিনন্দন গ্ৰন্থ খন প্ৰকাশ কৰাৰ আযোজন কৰিছে, তেখেত সকলক আমি ধন্যবাদ জনাইছো আৰু আমি পৰম আনন্দিত হৈছো। নিবন্ধকাৰ, প্ৰগতিশীল নাট্যকাৰ গোস্বামী দেৱৰ ৭৫ তম জন্ম দিৱসত আমি অন্তৰ ওপচা শুভইচ্ছা যাছিলো। সাহিত্যিক পেঞ্চনাৰ গোস্বামীদেৱক পৰমেশ্বৰে যেন সুন্দৰ স্বাস্থ্যৰে দীৰ্ঘায়ু কৰি সাহিত্য সৃষ্টি অব্যাহত ৰাখিবলৈ শক্তি দিযে। তেখেতৰ অবিৰত কৰ্মময় জীৱন আদৰ্শ হওঁক নতুন প্ৰজন্মৰ।

# ধনদাদালৈ অভিনন্দন

## ৰূপা শৰ্মা

ৰাম গোস্বামী আমাৰ সকলোৰে খুৰা, আমি কিন্তু ধনদা বুলিয়ে মাতো। মাতি ভাল পাওঁ একেবাৰে নিজৰ 'দাদা' যেন লাগে। কবলৈ গ'লে 'খুৰা' সম্বোধনটোত বৰ মান্যজন যেন লাগে। দাদা নামটো নিচেই ঘৰুৱা, লগতে সদায় পোৱা সহোদৰ ভাৱ হয়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ নিজস্ব ভায়েক ৰায় চাহাব জগত চন্দ্ৰ গোস্বামী আছিল আমাৰ ককা। আইতা আছিল মৃণালিনী দেৱী গোস্বামী। গোলাঘাটৰ এক প্ৰাচীন আৰু সম্ভ্ৰান্ত পৰিয়াল। ককা আৰু আইতাৰ কথা কৈ আমি গৌৰৱ কৰো। সকলোৰে মুখত তেখেত দুজনাৰ গুণ-গৰিমা শুনি আমি তেওঁলোকৰ স্মৃতি চাৰণত আনন্দ পাওঁ, মানুহে সেই চিনাকি গম পালে আমাক বেছি আদৰ-সাদৰ কৰে। তেওঁলোকৰ ছোৱালী আছিল তিনিগৰাকী আৰু ল'ৰা চাৰিজন। ঈশ্বৰৰ নামেৰে ককাদেউতাই ল'ৰা চাৰিজনৰ নাম ৰাখিছিল-- গোবিন্দ, হৰি, ৰাম আৰু নাৰায়ণ। কৃষ্ণ বুলিও এজন সন্তান আছিল। তেওঁ অকালতে ঢুকাল। নাৰায়ণ নামটো পোনা খুৰাই পাছত 'বিমল' কৰিলে। ছোৱালী আটাইকেই গৰাকী আৰু ল'ৰা, ৰাম আৰু বিমলৰ বাদে বাকী দুজন অৰ্থাৎ আমাৰ দেউতা গোবিন্দ আৰু সোণ খুৰা (হৰিশ গোস্বামী) বৰ্তমান জীয়াই থকা নাই। আমি তেওঁলোক দুয়োজনকে হেৰুৱালো।

ভায়েক ৰাম গোস্বামীৰ জীৱন গঢ়ি তোলাত গোবিন্দ গোস্বামীৰ অৱদান বহুতো। ধনদাদাৰ মুখত এই বিষয়ে আমি এনেবোৰ কথাৰ গম পাওঁ। ককা ঢুকুৱাৰ পাছত ঘৰখনলৈ এক বিষাদৰ ছাঁ আহি পৰিছিল। চাৰিওফালে অভাৱ শুন্যতা আৰু হতাশা। ধন দাদাৰ উচ্চ শিক্ষা একপ্ৰকাৰ বন্ধ হোৱাৰ উপক্ৰম ঘটিছিল। কটন কলেজৰ পৰা স্নাতক হৈ তেওঁ গুৱাহাটীতে জেঠাইহঁতৰ ঘৰত থাকি (ললিতা জেঠাই আৰু মাকন জেঠাই) দিন অতিবাহিত কৰিছিল। আইতা তেতিয়া ৰোগাক্ৰান্ত। দেউতাৰ আৰ্জন কম, চাকৰিৰ স্থিৰতা নাই। ধন দাদাক কিবা প্ৰকাৰে এটা লাইনত লগাই দিব পাৰিলে, তেওঁৰ দুশ্চিন্তা দূৰ হব বুলি ভাবিছিল। 'আসাম ট্ৰিবিউন'ত ৰাধা গোবিন্দ বৰুৱাক কৈ মেলি দেউতা আৰু ললিতা জেঠায়ে এটা চাকৰিত ধনদাক সুমাই দিয়াইছিল। ৰাধাগোবিন্দ বৰুৱা আছিল আমাৰ সম্পৰ্কীয় মানুহ। লিলি বাইদেউক বিয়া কৰোৱাৰ যোগেদি তেখেতক দেউতাহঁতে ভিনদেউ বুলি সম্বোধন কৰিছিল। দিনত প্ৰেছত

চাকৰি, আৰু সন্ধিয়াৰ পৰা সুন্দৰ বৰদলৈদেৱৰ সংগীত বিদ্যালয়ত (ভাস্কৰ নাট্য মন্দিৰত অৱস্থিত) চেতাৰ শিকা বিষয়ত ধনদা ব্যস্ত হৈ পৰিছিল। নৃত্যৰ বিষয়তো তেওঁ চাৰু বৰদলৈৰ ওচৰত তালিম লৈছিল। দেউতাই বুজিছিল যে এইবোৰ ব্যস্ততাই ধনদাক এটা স্থায়ী নিৰাপদ জীৱন যাপনত সহায় নকৰে। ট্ৰিবিউনৰ চাকৰিটো তিনিমাহ কৰিয়েই নাচ-গান থিয়েটাৰত বেছি আসক্ত হোৱাৰ বাবে ধনদাই এৰি পেলালে দেউতাৰ অজ্ঞাতে। ৰাধাগোবিন্দ বৰুৱাই ধনদাক মাতিও নিয়াব নোৱাৰি দেউতাক খবৰটো দি দুখ কৰিলে। দেউতাই এইবাৰ অন্য উপায় বিচাৰিলে। কাগজত এটা বিজ্ঞাপন দেখি (কলিকতা বিশ্ববিদ্যালয়ত লাইব্ৰেৰী চায়েন্সত স্নাতকোত্তৰ শ্ৰেণীৰ বাবে দৰ্খাস্ত বিচাৰি) দেউতাই প্ৰয়াত গোপাল চন্দ্ৰ শৰ্মা বৰুৱা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰভৃতি শিক্ষাবিদক দেখা কৰি কোৰ্ছটোৰ বিষয়ে সবিশেষ জানি ধনদাক সেই কোৰ্ছত ভৰ্তি হবলৈ পঠাই দিলে। সেই সময়ত পুথিভঁৰাল বিষযত যে এনে উচ্চ শিক্ষা আছে, অসমৰ মানুহে জনাই নাছিল। সুখ্যাতিৰে পুথি ভঁৰাল বিষয়ত উচ্চ শিক্ষা লাভ কৰি ধনদাই অসমলৈ আহি চাকৰিৰ অন্বেষণত কিছুদিন ঘূৰিব লগা হৈছিল। মানুহৰ ভাগ্যই নিজ গতি স্থিৰ কৰিবলৈ সময়ৰ বাবে অপেক্ষা কৰিব লগা হয়। ধনদাৰ ভাগ্য উদয় হোৱাৰ লগে লগে তেওঁ সু-প্ৰতিষ্ঠিত হবলৈ সময নালাগিল। নিজৰ অশেষ পৰিশ্ৰম আৰু মনৰ দৃঢ়তাৰে তেওঁ আগবাঢ়ি গৈ শেষত পুথিভঁৰাল বিভাগৰ শীৰ্ষস্থান অধিকাৰ কৰিলে। ৰাজ্যিক গ্ৰন্থাগাৰিক স্বৰূপে তেওঁৰ কৰ্মনিষ্ঠা, সততা আৰু বিচক্ষণতা প্ৰকাশ পালে। ধনদা দুবাৰো বিদেশলৈ গৈছিল উচ্চ প্ৰশিক্ষণৰ বাবে। দেউতাই ধনদাৰ সাফল্য অৰ্জনত আটাইতকৈ সুখী হৈছিল, নিজে গৈ কলিকতাৰ উৰাজাহাজত তুলি যাত্ৰাৰ শুভ কামনা জনাইছিল। ১৯৫৪ চনত ধনদাৰ লগত জিনু খুৰীৰ বিযা হৈছিল। অসমৰ প্ৰসিদ্ধ কলা সাধক, সত্ৰীয়া সংস্কৃতিৰ বিশিষ্ট শিল্পী প্ৰয়াত জীৱেশ্বৰ গোস্বামী ককাৰ কন্যা- আমাৰ জিনু খুৰী, এগৰাকী পাকৈত গৃহিনী আৰু সমাজ সেৱিকা। ধনদাৰ বিয়াখন জাক্‌জমকেৰে গোলাঘাটৰ ঘৰত অনুষ্ঠিত হৈছিল। দেউতাই বিয়াৰ সকলো দায়িত্ব পালন কৰিছিল। ধনদা তেতিযা চফল ডেকা, অষ্ট্ৰেলিয়াৰ পৰা আহিছে মাথোন। বিয়াত আমি সৰু। সকলোৱে বিয়াখন ৰং ৰহইচেৰে উপভোগ কৰিলে। আজিও মনত পৰে।

ধনদাই সদায় কয়, "যাৰ চেনেহ আৰু প্ৰেৰণাত মই গ্ৰন্থাগাৰিক হবলৈ সুবিধা পালো, সেই গৰাকী হৈছে মোৰ ডাঙৰ দাদা স্বৰ্গীয় গোবিন্দ চন্দ্ৰ গোস্বামী। তেওঁৰ ঋণ মই সুজিব নোৱাৰিম।" ধনদাই তেওঁৰ ৰচিত গ্ৰন্থ "মন আৰু মন" দেউতাৰ পবিত্ৰ স্মৃতিত উচৰ্গা কৰিছে। আমাৰ বিয়াবাৰুত ধনদাই দেহেকেহে খাটিছিল। মোৰ বিয়াৰ প্ৰস্তাৱলৈ দেউতাৰ লগত ধনদা মঙ্গলদৈ পাইছিলগৈ। যদিও আমি সংসাৰ যাত্ৰাত সকলো সিচৰিত হৈ পৰিলো, নানা লেঠাত ব্যস্ত হলো, তথাপি আমাৰ মাজত

চেনেহৰ মাত্ৰা কমা নাই। ধনদাদা আজি সমাজত সু-প্ৰতিষ্ঠিত লোক। অসমৰ কলা-সংস্কৃতি সাহিত্য দৰ্শন সকলোতে তেওঁৰ দৃষ্টি আৰু চিন্তাৰ প্ৰচুৰ প্ৰসাৰ ঘটিছে। সাহিত্য সৃষ্টিৰ মাজেদি ধনদা অনুপ্ৰবিষ্ট হৈছে- এগৰাকী মননশীল ব্যক্তিৰ সুস্থ, সবল আৰু অপৰাজেয় কৰ্মপ্ৰেৰণাত। আজি ৭৫ বছৰীয়া ধনদা আমাৰ বাবে সেই প্ৰাণচঞ্চল, সংস্কৃতি সম্পন্ন আপোনজন। তেওঁৰ জীৱনবোধ উপলদ্ধি কৰি আমি প্ৰেৰণা পাইছো। তেওঁৰ জীৱনটো কবলৈ গলে, এটা শিল্প।। ধনদা, তোমাৰ সুন্দৰ স্বাস্থ্য, কৰ্মব্যস্ত জীৱন কামনা কৰিলো।

# কৃতী গ্ৰন্থাগাৰিক ৰাম গোস্বামীৰ সান্নিধ্যত

ড° অলকা বুঢ়াগোহাঁই

অসমৰ চৰকাৰী ৰাজহুৱা গ্ৰন্থাগাৰ সেৱাৰ প্ৰতিষ্ঠাপক ৰূপে খ্যাত সাহিত্যিক সমালোচক শ্ৰীৰাম গোস্বামী অৰ্থাৎ গোস্বামী মামাক মই স্কুলত পঢ়া দিনৰে পৰা পাইছো। এসময়ৰ প্ৰখ্যাত চেতাৰ বাদক শ্ৰী সুন্দৰ বৰদলৈৰ অধ্যক্ষতাত স্থাপন হোৱা কামৰূপ মিউজিক কলেজৰ তৰফৰ পৰা গুৱাহাটীৰে উজানবজাৰৰ নাট্য মন্দিৰত বিবিধ সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰাৰ সময়ত গোস্বামী মামাক পাইছিলোঁ এগৰাকী শিল্পী হিচাবহে। ভাৰত স্বাধীন হোৱাৰ পিছত বহুদিনলৈ যি এক উৎসাহপূৰ্ণ বাতাবৰণ আছিল, তেনে সময়তে জোনা বৰুৱা বুলি সুপৰিচিত, প্ৰাক্তন সঞ্চালক ডঃ অমিয় মোহন দাস, ভনীয়েক শ্ৰীমতী উষাৰাণী দাস ইত্যাদিৰ লগত গোস্বামী মামায়ো নৃত্য বিষাৰদ ˚ চাৰু বৰদলৈৰ তত্ত্বাৱধানত দলীয় নৃত্যৰ এগৰাকী শিল্পী হিচাবেহে নাট্য মন্দিৰতেই নাটক আৰু সাংস্কৃতিক অনুষ্ঠানসমূহত যোগ দিছিল। গোস্বামী মামা আমাৰ বান্ধৱী এসময়ৰ সুগায়িকা প্ৰভা দেৱীৰ (বৰ্ত্তমান খাউণ্ড) মোমায়েক হোৱা হেতুকে আমাৰ সকলোৰে মামা হৈ পৰিছিল।

গোস্বামী মামাই ১৯৪৯ চনতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা গ্ৰন্থাগাৰ বিজ্ঞানত স্নাতকোত্তৰ "ডিপ্লমা" লয় আৰু ১৯০৩ চনতে বৃটীছ চৰকাৰে স্থাপন কৰা অসমৰ চৰকাৰী ৰাজহুৱা গ্ৰন্থাগাৰত ১৯৫১ চনত গ্ৰন্থাগাৰিক পদত নিযুক্ত হয়। ভাৰত চৰকাৰৰ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ অধীনত 'গ্ৰন্থাগাৰ সেৱাৰ উন্নতি' শীৰ্ষক আঁচনি অসম চৰকাৰে শিক্ষা বিভাগৰ যোগেদি ১৯৫৪ চনত গ্ৰহণ কৰাত চিলঙত কেন্দ্ৰীয় গ্ৰন্থাগাৰ স্থাপন হয়। এই কেন্দ্ৰীয় গ্ৰন্থাগাৰটো পাছত পূৰ্বতে বৃটীছ চৰকাৰে ১৯০৩ চন মানত পাতি থৈ যোৱা অসমৰ চৰকাৰী ৰাজহুৱা গ্ৰন্থাগাৰৰ (Assam Govt. Public Library) লগত সংযুক্ত কৰি ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰ ৰূপে নতুনকৈ নামাঙ্কিত কৰা হয়। ইতিমধ্যে ১৯৫৫ চনত অবিভক্ত অসমৰ সাঁতখন জিলাত অসম চৰকাৰে সাতোটা চৰকাৰী জিলা পুথিভঁৰাল স্থাপন কৰে।

১৯৬০ চনত মই যেতিয়া চিলঙত লেডী কীন কলেজত অধ্যক্ষা প্ৰয়াত উষা ভট্টাচাৰ্যৰ আমন্ত্ৰণ ক্ৰমে কলেজৰ গ্ৰন্থাগাৰিক পদত যোগদান কৰোঁ, গোস্বামী মামাক এইবাৰ ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰৰ গ্ৰন্থাগাৰিক ৰূপে মোৰ বৃত্তিৰ এগৰাকী সহকৰ্মী

ৰূপত লগ পাওঁ। এই গ্ৰন্থাগাৰটো প্ৰকৃতাৰ্থতে চহৰৰ বৌদ্ধিক আৰু সাংস্কৃতিক কেন্দ্ৰ ৰূপে গঢ়ি তুলিব পৰাটোযে ৰাম গোস্বামীদেৱৰ এক মহৎ সাফল্য আছিল তাত সন্দেহ নাই। চিলং চহৰৰ শিক্ষক, ছাত্ৰ ছাত্ৰী, চৰকাৰী বেচৰকাৰী পদত থকা আমোলা বিষয়াসকল, গৃহিনীসকলৰ লগতে কণ কণ শিশু, সকলোৰে গিজ গিজাই থকা চিলঙৰ মনোমোহা প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত কাঠৰ ধুনীয়া মেজ-ৰেকত পৰিপাটিকৈ সজাই ৰখা গ্ৰন্থেৰে ভৰপূৰ এই চিকুন গ্ৰন্থাগাৰটোলৈ গৈ এক প্ৰশান্তি অনুভৱ কৰিছিলোঁ। গ্ৰন্থাগাৰৰ লগতে লাগি থকা প্ৰেক্ষাগৃহত চহৰৰ প্ৰায় সকলো সাংস্কৃতিক অনুষ্ঠান উৎযাপিত হৈছিল যদিও গ্ৰন্থাগাৰৰ সজীৱ বৌদ্ধিক সত্ত্বাৰ অস্তিত্ত্বক ই মোলান পেলাব পৰা নাছিল। গুৱাহাটীৰ জিলা পুথিভঁৰালৰ ওপৰত থকা প্ৰেক্ষাগৃহৰ অস্তিত্বই কিন্তু পুথিভঁৰালৰ বৌদ্ধিক অস্তিত্ত্বক প্ৰায় গ্ৰাস কৰি পেলাইছিল। চিলঙৰ কেন্দ্ৰীয় গ্ৰন্থাগাৰৰ এটা অংশত থকা শিশু বিভাগৰ শিশুৰ উপযোগী ছবি থকা নানান ধৰণৰ কিতাপ পত্ৰই বিভাগটো আকৰ্ষণীয় কৰি ৰাখিছিল। পিতৃ-মাতৃ, ভাতৃ-ভগ্নীৰ লগতে শিশু সকলো গ্ৰন্থাগাৰৰ নিয়মীয়া পাঠক-পাঠিকা আছিল। গোস্বামীদেৱ কেইবাবাৰো বিদেশলৈ যায় বিভিন্ন আঁচনিৰ অধীনত, বিদেশত গ্ৰন্থাগাৰ বিজ্ঞানৰ প্ৰশিক্ষণত আৰ্জন কৰা অভিজ্ঞতাই এই গ্ৰন্থাগাৰ পৰিচালনাৰ নেতৃত্ব দিয়াত তেখেতক সহায় কৰিছিল। তেখেতৰ সেই সময়ৰ সহকৰ্মী সকলো উদ্যোগী লোক আছিল নিশ্চয়। জানিব পাৰিছিলোঁ অসম চৰকাৰৰ শিক্ষা বিভাগৰ এগৰাকী উচ্চ পদস্থ বিষয়াৰো এই গ্ৰন্থাগাৰৰ বাবে উপযুক্ত আচবাব আদি যোগোৱাত বিশেষ অৰিহণা আছে। (ভাৰতীয় প্ৰশাসনিক বিষয়া শ্ৰী কাপুৰ বুলি মনত পৰে)। কিন্তু সকলো লোকৰে উচিৎ সহযোগ আদায় কৰিব পৰাৰ কৃতিত্বও গোস্বামী মামাৰ নিশ্চয় থাকিব লাগিব। এনে গুণ তেখেতৰ অন্যতম আকৰ্ষণ। গ্ৰন্থাগাৰ বিজ্ঞানৰ পণ্ডিত নতুন দিল্লীৰ কেন্দ্ৰীয় সচিবালয়ৰ প্ৰাক্তন সঞ্চালক স্বনামধন্য প্ৰফেচাৰ ডি আৰ কালীয়াই চিলঙৰ ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰটো দেশৰ ভিতৰতে এক অন্যতম সাৰ্থক গ্ৰন্থাগাৰ বুলি কৰা মন্তব্যত আমি আজিও গৌৰব অনুভৱ কৰো। দুৰ্ভাগ্যবশতঃ গোস্বামী মামাই বহু কষ্টেৰে গঢ়ি তোলা ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰৰ পুৰণি গৌৰৱ আজি আৰু চিলঙত বিচাৰি পোৱা নাযায়, তাৰ অৱক্ষয় কেতিয়াবাই আৰম্ভ হৈছে, সু-যত্নৰ অভাৱত।

চিলঙত ১৯৬০-৬১ চনত থকা এটা বছৰতে মই গ্ৰন্থাগাৰ সেৱাৰ প্ৰতি আকৰ্ষিত হৈ পৰোঁ। গোস্বামী মামাৰ ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰলৈ যাওতে তাৰে বিষয়া শ্ৰীমতী নিৰু তামুলি (পিছত শৰ্মা) ৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠাত মই প্ৰায়ে গ্ৰন্থাগাৰলৈ গৈছিলোঁ। গোস্বামী মামাতো আছিলেই। লেডী কীন কলেজৰ গ্ৰন্থাগাৰিক হিচাবে ছাত্ৰীসকলৰ লগত গঢ়ি উঠা মধুৰ সম্পৰ্কযো মোক সেই সময়তে ভাবিবলৈ শিকাইছিল যে গ্ৰন্থাগাৰৰ সুব্যৱস্থা আৰু প্ৰযোজনীয় সেৱা অবিহণে শিক্ষা ব্যৱস্থা

কেতিয়াও ফলপ্ৰদ হ'ব নোৱাৰে। আনুষ্ঠানিক শিক্ষাৰ ই এটা অবিচ্ছেদ্য কাৰ্যকৰী অংগ হিচাবে পৰিগণিত হোৱাতো নিতান্তই বাঞ্চনীয়। অনানুষ্ঠানিক শিক্ষাতো গ্ৰন্থাগাৰৰ ভূমিকা যথেষ্ট। সেয়ে, কলেজৰ ইংৰাজী বিষয়ত শিক্ষকতাৰ নিমন্ত্ৰণ এৰি থৈ অসম চৰকাৰৰ সামান্য অৰ্থ সাহাৰ্য্যত ১৯৬১ চনত দিল্লী বিশ্ববিদ্যালয়ত গ্ৰন্থাগাৰ বিজ্ঞানত স্নাতকোত্তৰ 'ডিপ্লমা' লবৰ বাবে চিলঙৰ পৰা আহি যোগদান কৰোঁ। তাৰ পিছত ১৯৬২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰত আৰু ১৯৬৬ চনত তৃতীয় আৰু শেষ বাৰলৈ ইংৰাজী বিষয়ৰ কলেজত অধ্যাপনাৰ নিমন্ত্ৰণ গ্ৰহণ নকৰি গ্ৰন্থাগাৰ বিজ্ঞান বিভাগত যোগ দি গ্ৰন্থাগাৰ আৰু তথ্য বিজ্ঞানৰ শিক্ষকতাৰ বৃত্তিক চূড়ান্তভাৱে গ্ৰহণ কৰি ৰাম গোস্বামীদেৱৰ পদাঙ্কন অনুসৰণ কৰোঁ। কবলৈ গলে, তেখেত আছিল মোৰ শুভাকাঙ্খী, পথপ্ৰদৰ্শক।

অবিভক্ত অসমৰ পৰা মেঘালয ফাটি যোৱাৰ পিছত অসমৰ ৰাজধানী চিলঙৰ পৰা দিচপুৰলৈ নামি অহাত ১৯৭৪ চনত গোস্বামী মামাযো ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰৰ অসমৰ অংশটো সাৱতি লৈ নামি আহে গুৱাহাটীলৈ। তেখেতৰ তৎপৰতাৰে চিলঙৰ গ্ৰন্থাগাৰত থকা কিছুমান পুৰণি গ্ৰন্থ বৰ্তমানে জিলা পুথিভঁৰালতে অস্থায়ীভাৱে স্থাপন কৰা "গৱেষণা আৰু আলোচনা" বিভাগত পোৱা গৈছে। সেই সময়ত তেখেতৰ মনৰ অৱস্থা কেনে হৈছিল তাক নকলেও অনুমান কৰিব পাৰি। গুৱাহাটীত নতুনকৈ অসমৰ বাবে ৰাজ্যিক কেন্দ্ৰীয় গ্ৰন্থাগাৰ স্থাপন কৰিব নোৱাৰিলেও তাৰ পৰিৱৰ্তে এটা "গৱেষণা আৰু আলোচনা বিভাগ" স্থাপন কৰি গৱেষক সকলক পুৰণি গ্ৰন্থ সম্ভাৰেৰে সহায়ৰ হাত আগবঢ়োৱাত এই শাখাটোৱে ভাল দৃষ্ঠান্ত দেখুৱাইছে। এইবাৰ গোস্বামী মামাক গুৱাহাটীতে গ্ৰন্থাগাৰ বৃত্তিৰ এগৰাকী সহযোগী, পৰামৰ্শদাতা, হাস্যমুখৰ জনসংযোগ থকা নিৰ্ভিক, উৎসাহী আগৰণুৱা পুৰুষ হিচাবে পাওঁ। শিক্ষা বিভাগৰ অধীনত সুকীয়া গ্ৰন্থাগাৰ সঞ্চালকালয় স্থাপনৰ গুৰিত গোস্বামী মামাৰেই প্ৰচেষ্টা আছিল যদিও তেখেতৰ অৱসৰৰ সময়তেহে সঞ্চালক পদৰ সৃষ্টি হয।

দূৰ্ভাগ্যৰ কথা যে অসম পুথিভঁৰাল সংঘৰ কিছুমান আকোঁৰগোজ মনোভাবৰ বাবে গোস্বামীদেৱৰ সহযোগ সংঘই নোপোৱাত অসমত "ৰাজহুৱা গ্ৰন্থাগাৰ বিধি " বিধিৱদ্ধ হৈ নুঠিল। অসমত ৰাজ্যিক পৰ্যায়লৈ সম্পূৰ্ণ চৰকাৰী গ্ৰন্থাগাৰ সেৱাৰ প্ৰচলন হোৱাত ইয়াৰ পৰিস্থিতি ভাৰতৰ দক্ষিণৰ ৰাজ্য বিলাকতকৈ সুকীয়া। গ্ৰন্থাগাৰ বিধিৰ খচৰা প্ৰস্তুত কৰোঁতে এইবিলাক কথালৈ ভ্ৰুক্ষেপ নকৰি কেৱল দক্ষিণৰ ৰাজ্যৰ বিধিৰ ভিত্তিত অসমৰ বিধি ৰচনা কৰিলে তাত সন্মতি কোনো জনাবুজা মানুহে দিব নোৱাৰে। অসম পুথিভঁৰাল সংঘ আজি বহুবছৰ ধৰি মৃত অৱস্থাত থাকি মাজতে পুনৰ জাগ্ৰত কৰা হৈছিল যদিও সহযোগ বিহীনতা আৰু অন্যান্য কাৰণত ই কৰ্মক্ষম

হৈ নুঠিল, সংবিধান সংশোধন নহলে বৰ্তমান পৰিস্থিতিত কাৰ্যক্ষম হোৱাৰো সম্ভাৱনা কম। আনহাতে, গোস্বামীদেৱৰ অৱসৰৰ কিছুদিনৰ পিছতে অসমৰ ৰাজ্যিক পুথিভঁৰাল সেৱাত এটা বিৰাট শূন্যতাই দেখা দিয়ে। ৰাজহুৱা গ্ৰন্থাগাৰ সেৱাৰ নেতৃত্ব বহন কৰিব পৰা বৃত্তিধাৰী লোকৰ অভাব বাৰুকৈয়ে পৰিলক্ষিত হৈছে। সঞ্চালক পদৰ দায়িত্বহেনো এতিয়া গ্ৰন্থাগাৰ বৃত্তিৰ বাহিৰৰ শিক্ষা বিভাগৰ এগৰাকী যুটীয়া সচিবৰ হাতত অৰ্পিত হৈছে। দুখৰ কথা, গোস্বামী মামাৰ অৱসৰৰ পিছত আৰু এক ৰূপত দেখিবলৈ পাওঁ। সকলো কামতে উৎসাহ, পৰামৰ্শ দি অনুপ্ৰাণিত কৰি তেওঁ যেন নিজে কৰি থৈ যাব নোৱাৰা কামখিনি আমাৰ দ্বাৰাই কৰাব! অৱসৰৰ পিছতো গ্ৰন্থাগাৰ বৃত্তিত তথ্য প্ৰযুক্তিৰ দ্বাৰা হোৱা নিত্য নতুন উদ্ভাৱনা বিলাকৰ লগত পৰিচিত হৈ থকাৰ তেওঁৰ যি এক দুৰ্বৰ হেপাহ, সি জীৱন্ত মানুহৰেই স্বাক্ষৰ বহন কৰে। কিছুমান মানুহৰ জীয়াই থাকোতেই মৃত্যু হয়। দ্বিতীয়তে, ৰাশি ৰাশি গ্ৰন্থৰ মাজত আজীৱন কটাই অহা মানুহজন এতিয়া গ্ৰন্থ সমালোচনা আৰু সাহিত্য সৃষ্টিৰ মাজত সোমাই পৰিল। ইতিমধ্যে মামাই বহুকেইখন উৎকৃষ্ট গ্ৰন্থ ৰচনা কৰিলে আৰু গ্ৰন্থ সমালোচনা সাহিত্যাতো বিশেষ বৰঙণি যোগাইছে। তেখেতৰ কৰ্ম তৎপৰতাৰ কোনো দিনেই যতি পৰা নাই। মোৰ দ্বাৰা ৰচিত বহু সমাদৃত ইংৰাজী গ্ৰন্থ "Various Aspects of Librarianship and information Science" খন গোস্বামী মামাৰ দ্বাৰা উন্মোচন কৰাবলৈ পাই মই গৌৰৱ বোধ কৰিছিলো। তেখেতে এই কাম আগ্ৰহে কৰি মোক পৰম উৎসাহিত কৰিছিল। গ্ৰন্থাগাৰ বৃত্তিৰ লগত যিদৰে আজীৱন জড়িত হৈ আছে, সাহিত্য সাধনাতো তেখেত নিৰৱচ্ছিন্নভাৱে জড়িত হৈ পৰিছে। আমাৰ আন্তৰিক প্ৰাৰ্থনা, গোস্বামী মামা চিৰঞ্জীৱ হওঁক আৰু আমাৰ সকলোৰে সকলো কামতে পৰামৰ্শদাতা আৰু অনুপ্ৰেৰণাদায়ক হৈ থাওক।

# ৰাম গোস্বামী ঃ ব্যক্তিত্ব আৰু প্ৰশাসনীয় দক্ষতা

**থানেশ্বৰ দাস**

শ্ৰীযুত ৰাম গোস্বামীদেৱৰ লগত মোৰ প্ৰথম পৰিচয় হয় তিতাবৰৰ তিনি আলিত। ১৯৫৬ বা ৫৭ চন মানৰ কথা। তেতিয়া মই তিতাবৰ জনতা কলেজৰ গ্ৰন্থাগাৰিক। মোৰ বন্ধু ˚ জগন্নাথ শৰ্মা বৰুৱাৰ লগত আবেলি তিনিমান বজাত বেচিক-চেণ্টাৰৰ পৰা ফুৰিবলৈ তিনি আলিৰ পিনে আহিছিলো। তেখেতে গোলাঘাটৰ বাছ ধৰিবলৈ তিনি আলিৰ বৰুৱাৰ দোকানত বহি আছিল। শৰ্মা বৰুৱাই মোক গোস্বামীৰ লগত চিনাকি কৰি দিছিল। প্ৰথম চিনাকিতে তেখেতে মোক কোৱা কথা কেইটামান আজিও মোৰ মনত পৰে। মোক কৈছিল "দাস, আপুনি নগাওঁ টাউনৰ মানুহ; ইযাত থাকি আপোনাৰ মন বহিছে জানো? আহক মোৰ বিভাগলৈ; ডিব্ৰুগড়ত জিলা গ্ৰন্থাগাৰিক পষ্টটো খালী হৈ আছে।" সেই দিনা তেখেতৰ এনে স্নেহভৰা আৰু দৰদী অন্তৰ এখন আছে বুলি জানিব পাৰি মই অভিভূত হৈ পৰিছিলো।

তেখেতৰ বিভাগলৈ তেতিয়াই অৱশ্যে নাহিলো। বিয়া কৰাৰ পাচত ১৯৫৯ চনত বদলি হৈ আহোঁ নগাৱঁৰ জিলা গ্ৰন্থাগাৰিক হিচাবে। শ্বিলঙৰ ৰাজ্যিক কেন্দ্ৰ পুথিভঁৰালৰ গ্ৰন্থাগাৰিক হিচাবে গোস্বামীদেৱে কাম কৰিছিল। তেওঁৰ অধীনত ডিব্ৰুগড়, যোৰহাট, নগাওঁ, তেজপুৰ, গুৱাহাটী, ধুবুৰী আৰু শিলচৰ- এই সাতখন সদৰ ঠাইত পোন প্ৰথমে জিলা গ্ৰন্থাগাৰ বিলাক প্ৰতিষ্ঠা হয়। পুথিভঁৰাল সেৱাৰ উন্নয়নৰ অৰ্থে ভাৰত চৰকাৰে দুখন আঁচনি প্ৰথম পঞ্চ বাৰ্ষিক পৰিকল্পনাত (১৯৫১-১৯৫৬) হাতত লয়। এখন পুথিভঁৰাল সেৱা (Integrated Liberary Service), বৰ্তমান একীকৰণ আঁচনিখন পাকৈত, অভিজ্ঞ কৰ্মীৰ পৰিচালনাৰ অভাৱত কৃতকাৰ্য হ'ব নোৱাৰিলে। কিন্তু পুথিভঁৰাল সেৱাৰ উন্নয়নৰ আঁচনিখন অসমত কৃতকাৰ্যতা লাভ কৰাৰ গুৰিতে আছিল গোস্বামীদেৱ।

বৰ্তমান পুথিভঁৰাল বিজ্ঞানৰ বিষয়ত উপযুক্ত শিক্ষা লাভ কৰা লোকৰ অসমত অভাৱ নহ'ব। বহু ছাত্ৰ-ছাত্ৰীয়ে এই বিষয়ত গ্ৰেজুৱেচন ও মাষ্টাৰ ডিগ্ৰী লৈছে। কিন্তু গোস্বামীদেৱে যি সময়ত পুথিভঁৰাল বিজ্ঞানৰ বিষয়ত উপযুক্ত শিক্ষা লাভ কৰিছিল

অসমত সেই সময়ত তেনে শিক্ষা লাভ কৰা লোক নাই বুলিয়েই ক'ব পাৰি। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পুথিভঁৰাল বিজ্ঞানত ডিগ্ৰী লাভ কৰি অষ্ট্ৰেলীয়া আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ পৰাও এই বিষয়ত উচ্চ শিক্ষা লাভ কৰে। এনে এজন উপযুক্ত বিশেষজ্ঞ আৰু শিক্ষাবিদৰ সুনিপুণ পৰিচালনাৰ ফলস্বৰূপে আজি আমাৰ চমক লগা চৰকাৰী ৰাজহুৱা জিলা ও মহকুমা পুথিভঁৰালবিলাক দেখিবলৈ পাইছো।

গোস্বামী প্ৰশাসনত এজন সুযোগ্য ও বিচক্ষণ পুৰুষ। তেখেতৰ সৎ বুদ্ধি, সক্ৰিয় তত্বাৱধানত আৰু আন্তৰিকতাত সেই সময়ত ৰাজ্যিক ও জিলা পুথিভঁৰাল বিলাক প্ৰাণৱন্ত হৈ উঠিছিল। মোৰ চৰকাৰী কৰ্মজীৱনত তেখেতৰ লগত কাম কৰি মই বৰ ভালেই পাইছিলো। তলতীয়া কৰ্মচাৰীসকলক আপোন কৰি ল'ব পৰা এটা উচ্চ মন আৰু আন্তৰিকতা তেখেতৰ হৃদয়ত সদায় পুহি ৰাখিছিল। তেখেতৰ ব্যক্তিত্ব আৰু প্ৰশাসন দক্ষতাৰ গুণত বিভাগটোৰ সৰু-বৰ সকলোবিলাক কৰ্মীয়েই নিজৰ নিজৰ কৰ্তব্যক অৱহেলা কৰা দেখা নগৈছিল। সকলোৱে তেখেতলৈ ভয় ও শ্ৰদ্ধা কৰিছিল। গোস্বামী এজন উদ্যোগী ও কৰ্তব্যপৰায়ণ লোক। নিজ কামত একান্ত ভাৱে নিজকে নিয়োজিত কৰি ৰাখিছিল। তেখেতৰ কৰ্মশক্তি আমাৰ কাৰণে পথপ্ৰদৰ্শক আৰু প্ৰেৰণাদায়ক। অৱসৰৰ পাছত এতিয়া গোস্বামীদেৱে সাহিত্য চৰ্চাত দেহেকেহে লাগি গৈছে। 'অঙ্গৰাগ' আৰু কেইবাখনো নাটক লিখি অসমীয়া সাহিত্য চহকী কৰিছে আৰু নিজৰ সুখ্যাতি বঢ়াইছে। আলোচনী ও বাতৰি কাকতত প্ৰবন্ধ পাতি লিখি অৱসৰৰ পাছতো নিজক কৰ্ম ব্যস্ততাৰ মাজত ৰাখিব পৰাতো এটা অতি প্ৰশংসনীয় গুণ। মই আশা কৰিলো যাতে তেখেতৰ উচ্চ-চিন্তা আদৰ্শ আৰু সাহিত্যৰ অৱদানে আমাৰ অশান্ত সমাজ খনলৈ শান্তি আনে। শেষত তেখেতৰ দীৰ্ঘায়ুৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালো।

# এগৰাকী বৰেণ্য গ্ৰন্থাগাৰিক ঃ ৰাম গোস্বামী

## শ্ৰী টঙ্কেশ্বৰ বৰদলৈ

একাগ্ৰতা আৰু কৰ্মব্যস্ততাই মানুহক উন্নতিৰ শিখৰলৈ লৈ যায়। মহান মণীষীসকলৰ কৰ্মজীৱন অনুধাৱন কৰিলে দেখা পাওঁ যে তেখেত সকলৰ মহানতাৰ আঁৰত আছে কৰ্মনিষ্ঠা, ত্যাগ, মানবীয়তা, সহনশীলতা আৰু সমভাৱাপন্ন বিশিষ্ট গুণবোৰ। যুগৰ আহ্বানতে বিখ্যাত মণীষী সকলৰ সৃষ্টি হয় সমাজ সংস্কাৰ ঘটাবলৈ। উনৈশ আৰু কুৰি শতিকাৰ কালচোৱাত আধুনিক ভাৰতগঢ়াত জন্ম হৈছিল কেইগৰাকীমান প্ৰখ্যাত তথা বৰেণ্য পুৰুষৰ এই পবিত্ৰ ভূমিত। সেই সকলৰ প্ৰচেষ্টাত আধুনিক ভাৰত গঢ়াৰ পথ নিৰ্মাণ হৈছিল। অসমতো জন্ম লৈছিল সাহিত্যানুৰাগী বিশিষ্ট পণ্ডিত গৱেষক সকল। ৰাম গোস্বামী দেৱৰ জন্ম হয পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ প্ৰখ্যাত বংশত ১৯২৬ চনৰ ৩১ মাৰ্চ তাৰিখে এক শুভমূহুৰ্ত্তত। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ প্ৰভাৱ ৰাম গোস্বামী দেৱৰ ওপৰতো পৰিল পৰম্পৰাগত ভাৱে। মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰি পৰিয়ালত সেই সময়ত প্ৰচলিত নৃত্য গীত চৰ্চাৰ মাজত থাকি সত্য আৰু সুন্দৰৰ প্ৰতি আকৃষ্ট গোস্বামীদেৱে সৰুৰে পৰাই নাচ শিকিছিল। পাছত নৃত্য শাস্ত্ৰজ্ঞ শ্ৰী প্ৰদীপ চলিহাদেৱৰ ভৰত নাট্য চৰ্চ্চাৰ পাণ্ডিত্য দেখি মুগ্ধ হৈছিল আৰু তেখেতৰ ওচৰত নৃত্য শিকি পাৰ্গত হৈছিল। স্নাতক হোৱাৰ পাছত সেই গুণৰ বাবেই চিলঙত চাকৰি বিচাৰি গৈ সঙ্গীত স্কুলত মাষ্টৰী চাকৰিত নিয়োগ হৈছিল। এইয়া আছিল তেখেতৰ বাবে আশীৰ্ব্বাদ স্বৰূপ। মঞ্চত নৃত্য পৰিবেশনৰ যোগেদি সেই সময়ত থকা প্ৰশাসনীয় বিষয়া আদিৰ দৃষ্টিত গোস্বামীদেৱৰ প্ৰতিভা লুকাই নাথাকিল। তেখেতৰ প্ৰতিভাৰ প্ৰতি আকৃষ্টহৈ সেই সকলে তেখেতক চিলঙতে কিবা এটা চাকৰি দি ৰাখিবলৈ স্থিৰ কৰিলে। ১৯০৩ চনতে বৃটিচ চৰকাৰে স্থাপন কৰা " অসম চৰকাৰ পাব্লিক লাইব্ৰেৰী" টোতে সহ-গ্ৰন্থাগাৰিক হিচাবে নিয়োগ কৰিলে। সেইয়া ১৯৫০-৫১ চনৰ কথা। স্বাধীন ভাৰত গঢ়াৰ আৰম্ভণি। সেই বছৰতে ভাৰত চৰকাৰৰ কলম্বো প্লেনৰ অধীনত চিনিয়ৰ ফেলশ্বীপত অষ্ট্ৰেলিয়ালৈ যাবলৈ তেখেতে সুযোগ পালে। সেই যাত্ৰাই তেখেতৰ জীৱন যাত্ৰাৰ গতি সলাই দিলে। বিদেশত পুথিভঁৰাল বিষয়ত অধিক জ্ঞান লাভ কৰি আহি তেখেতে পাব্লিক লাইব্ৰেৰীত

গ্ৰন্থাগাৰিক হিচাবে কামত যোগ দিলে। ইতিমধ্যে তেখেতে কলিকতা বিশ্ববিদ্যালয়ত পুথিভঁৰাল বিজ্ঞানত স্নাতক হৈ আহিল। সেই সময়ত চিলঙত পঢ়াশুনা কৰা শিক্ষিত লোকৰ অভাৱ আছিল। পুথিভঁৰালটো নামতহে আছিল। তেখেতে পঢ়ুৱৈৰ সংখ্যা বঢ়াবৰ বাবে নানান ঠাইত বক্তৃতা আদি দিছিল আৰু সুযোগ পালেই য'তে ত'তে আলোচনা আদিও কৰিছিল। তেখেতে তাতেই ক্ষান্ত নাথাকিল। পুথিভঁৰালৰ যোগেদি গোটেই অসমতে এটা সক্ৰিয় আন্দোলন আনিবৰ বাবে চিন্তা কৰিলে। সুযোগ আহিল। স্বাধীন ভাৰতৰ “প্ৰথম পঞ্চ বাৰ্ষিক পৰিকল্পনা” ত “পুথিভঁৰাল উন্নয়ন” আঁচনি এখন গৃহীত হৈছিল। এই আঁচনিৰ পূৰ্ণ সুযোগ ললে গোস্বামীদেৱে। তেখেতে অসমৰ চৰকাৰীখণ্ডত ৰাজহুৱা পুথিভঁৰাল সংগঠন আৰু স্থাপনৰ বাবে এখন সু-পৰিকল্পিত আঁচনি চৰকাৰক দাখিল কৰিলে। আঁচনি গৃহীত হ'ল। তেখেতৰ প্ৰচেষ্টাতে প্ৰস্তাৱ অনুযায়ী তেতিয়া ৩২ লাখ টকা মঞ্জুৰ হ'ল। আঁচনিমতেই চিলঙত ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালৰ বাবে এটা আটকধুনীয়া অট্টালিকা আৰু তেতিয়াৰ আঠ খন জিলাৰ ভিতৰত পাঁচ খনত গুৱাহাটী, নগাওঁ, যোৰহাট, তেজপুৰ আৰু শিলচৰত প্ৰেক্ষাগৃহ সহ একোটাকৈ জিলা পুথিভঁৰালৰ বাবে আটক ধুনীয়া অট্টালিকা নিৰ্মাণ হ'ল। পাছৰ পৰিকল্পনাৰ কালচোৱাত ডিব্ৰুগড়, উত্তৰ লক্ষীমপুৰ আৰু ধুবুৰীতো প্ৰেক্ষাগৃহ সহ একোটা সুন্দৰ অট্টালিকা নিৰ্মাণ কৰি তেতিয়াৰ আঠ খন জিলাত পুথিভঁৰালৰ গৃহ নিৰ্মাণৰ কাম সম্পূৰ্ণ হৈ উঠিল।

তেখেতৰ কৰ্মনিষ্ঠা, সজ উদ্দেশ্য আৰু সুপৰিকল্পিত আঁচনিৰ বাবেই ১৯৬৫-৬৬ চনত তেখেতে ভাৰত চৰকাৰৰ সাংস্কৃতিক বিভাগৰ অধীনত ৬ গৰাকী প্ৰবীণ ভাৰতীয় গ্ৰন্থাগাৰিকৰ সৈতে নিৰ্বাচিত হৈ মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ যাবলৈ চৰকাৰী অনুমোদন লাভ কৰিলে। তেখেতে তাত আমেৰিকাৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী, লাইব্ৰেৰী অৱ কংগ্ৰেছ, গ্ৰন্থাগাৰ বিজ্ঞান গৱেষণা কেন্দ্ৰ, ৰাজ্যিক ৰাজহুৱা পুথিভঁৰাল, শিশু পুথিভঁৰাল, মেডিকেল পুথিভঁৰাল আদি বহুতো বিখ্যাত পুথিভঁৰাল পৰিদৰ্শন কৰি গ্ৰন্থাগাৰ বিজ্ঞানৰ আধুনিক কলাকৌশলৰ বিৰল অভিজ্ঞতা লাভ কৰাৰ সুযোগ পালে।

মই পুথিভঁৰাল বিভাগত ১৯৬১ চনতেই কৰ্মজীৱন আৰম্ভ কৰিছিলো কাৰ্য্যালয় সহকাৰী হিচাবে। তেখেতৰ অধীনত মই চাকৰি পাইছিলো নগাওঁ জিলা পুথিভঁৰালত। সেই বছৰতে তেখেতে এবাৰ মফচলত নগাৱলৈ আহোতে পুথিভঁৰালৰ কাৰ্য্যালয়ত তেখেতৰ লগত মোৰ সাক্ষাৎ হৈছিল। নগাৱঁত তেতিয়া জিলা গ্ৰন্থাগাৰিক আছিল এতিয়া অৱসৰপ্ৰাপ্ত উপগ্ৰন্থাগাৰিক শ্ৰীযুত থানেশ্বৰ দাস দেৱ। তেখেতেই মোক গোস্বামীদেৱৰ লগত চিনাকি কৰি দিছিল। প্ৰথমদেখাতেই তেখেতৰ সুন্দৰ সুঠাম দেহৰ ব্যক্তিত্ব দেখি আকৃষ্ট হৈছিলোঁ আৰু ভক্তি উপজিছিল। পাছত চিলঙলৈ অফিচৰ

কামত যাওঁতে দেখা হৈছিল। তেখেতৰ কৰ্ত্তব্য নিষ্ঠা, সৌহাদ্যপূৰ্ণ আৰু অমায়িক ব্যৱহাৰ, শৃঙ্খলাবদ্ধতা, নিয়মানুবৰ্ত্তিতা আদি গুণবোৰে মোক বাৰুকৈ মোহিত কৰিছিল। ময়ো তেখেতক অনুকৰণ কৰিবৰলৈ মনস্থ কৰিলোঁ। তেখেত মোৰ বাবে এক আদৰ্শৰ পুৰুষ হিচাবে চিহ্নিত হ'ল। সেই বাবেই হয়তো মই পুথিভঁৰালক ভালপাবলৈ শিকিলোঁ আৰু বাণিজ্য বিভাগত স্নাতক হোৱাৰ পাছত বাচনি পৰীক্ষা দি আয়কৰ বিভাগ, মহাগাণনিকৰ কাৰ্য্যালয়ৰ উচ্চ বৰ্গৰ কাম আৰু ভাৰতীয় ষ্টেট বেঙ্কৰ সহকাৰী পদৰ বাবে নিৰ্বাচন হোৱাৰ পাছতো মই পুথিভঁৰাল বিভাগতে কৰ্মময় জীৱনৰ পাতনি মেলি মানৱ সেৱা কৰিম বুলি মন স্থিৰ কৰিলোঁ। পাছত ১৯৬২ চনত গ্ৰন্থাগাৰ সহায়ক আৰু ১৯৬৫ চনত গ্ৰন্থাগাৰিক হিচাবে পদোন্নতি পাই তেজপুৰ জিলাপুথিভঁৰালত যোগদান কৰো। পাছত গুৱাহাটী বিশ্ববিদ্যালয়ত পুথিভঁৰাল বিভাগত প্ৰশিক্ষণ লোৱাৰ পাছত যোৰহাট জিলা পুথিভঁৰালত কাৰ্যভাৰ লওঁ। সেই বছৰতে ১৯৬৮ চনত গোস্বামী দেৱক আমেৰিকা ভ্ৰমণৰ বাবে সম্বৰ্দ্ধনা জনাবলৈ যোৰহাট জিলা পুথিভঁৰাল প্ৰেক্ষাগৃহত এখন সভা আহ্বান কৰিছিলোঁ। তালৈ অসমৰ সকলো জিলা গ্ৰন্থাগাৰিক আহিছিল। তেখেতে এই সভাত তেখেতৰ বিদেশ ভ্ৰমণৰ বহু অভিজ্ঞতাৰ কথা আৰু পুথিভঁৰাল সেৱা যে প্ৰকৃততে মানৱ সেৱা আৰু পুথিভঁৰাল উন্নয়নৰ হকে আমাৰ যে বহুতো কৰণীয় আছে সেই বিষয়ে আমাক কৈছিল। আমি তেখেতৰ কথা শুনি অভিভূত হৈছিলো। আমাৰ বাবে তেখেত হৈ পৰিছিল জীৱিত কালতে এক কিংবদন্তী পুৰুষ। আমি তেখেতৰ ব্যক্তিত্বত মুগ্ধ হৈছিলোঁ আৰু গৌৰৱ অনুভৱ কৰিছিলোঁ আৰু তেতিয়াৰ পৰায়েই পুথিভঁৰাল উন্নয়ণৰ প্ৰতি মনোযোগ দিবলৈ চেষ্টা কৰিলোঁ।

তেখেতৰ প্ৰচেষ্টাতে পুথিভঁৰাল সেৱা গ্ৰাম্য অঞ্চললৈ সাম্প্ৰসাৰিত হোৱাৰ বাবে এখন "চলন্ত পুথিভঁৰাল আঁচনি" গ্ৰহণ কৰা হৈছিল আৰু সেই সময়তে চাৰি খন "বুক মোবাইল ভান" কেন্দ্ৰীয় চৰকাৰৰ অনুমোদনত ক্ৰয় কৰি "বুক মোবাইল চাৰ্ভিছ"ৰ পাতনি মেলি গাওঁ অঞ্চলৰ পুথিভঁৰালত ঋণ হিচাবে কিতাপৰ যোগান ধৰি আৰু সেইবোৰ মাহেকৰ মূৰত পুনৰ ঘূৰাই অনাৰ ব্যৱস্থা কৰা হৈছিল। এই আঁচনিত গাৱঁৰ পুথিভঁৰালৰ পটুৱৈ সমাজ বৰ উপকৃত হৈছিল।

তেখেতে গ্ৰাম্য পুথিভঁৰালৰ আঁচনি এখন যোৱা শতিকাৰ নৱম দশকৰ প্ৰাৰম্ভণিতে চৰকাৰৰ ওচৰত দাখিল কৰিছিল আৰু সেই খনৰ ভিত্তিতেই অসমত এতিয়ালৈকে ২০৪ খন গাওঁ পঞ্চায়তত ২০৪ টা গ্ৰাম্য পুথিভঁৰাল স্থাপন কৰা হৈছে। ১৯৭২ চনত চিলঙৰ পৰা ৰাজধানী অসমলৈ অনাৰ সময়ত চিলঙত থকা ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালটোৰ কিতাপ পত্ৰও ভাগ ভাগ কৰা হ'ল। গোস্বামী চাৰে অহোপুৰুষাৰ্থ চেষ্টা কৰি বহুতো দুস্পাপ্য গ্ৰন্থ গুৱাহাটীলৈ নিজ প্ৰচেষ্টাত স্থানান্তৰ নকৰাহেঁতেন অসমে এটা অপূৰণীয় ক্ষতি ভোগ কৰিলেহেঁতেন। তেখেতৰ যত্নতে তাৰ বহুখিনি

কিতাপ দিনে ৰাতিয়ে কঢ়িয়াই গুৱাহাটী জিলা পুথিভঁৰালত ৰখাৰ ব্যৱস্থা কৰা হৈছিল। ইয়াৰ বাবে সেই সময়ত মেঘালয় চৰকাৰৰ সংশ্লিষ্ট প্ৰশাসনীয় বিষয়া আদিৰ বহু কটু সমালোচনাৰ পাত্ৰ হব লগা হৈছিল। তেখেতৰ পুথিভঁৰালৰ প্ৰতি থকা প্ৰেম আৰু দেশৰ প্ৰতি থকা ভালপোৱাৰ বাবেই নিজ প্ৰচেষ্টাৰে আৰু নিজ তত্বাবধানত এই কাৰ্য সমাধা কৰিছিল। সেই মহৎ গ্ৰন্থ সম্পদ ৰাজি তেতিয়া ইয়ালৈ স্থানান্তৰিত নকৰা হলে আজি পুথিভঁৰাল সঞ্চালকালয়ত থকা গৱেষণা শাখাটো তেনেই তুলুঙা হৈ পৰিলহেঁতেন। গোস্বামী দেৱৰ আশাশুধীয়া প্ৰচেষ্টাৰ লগতে জ্যেষ্ঠ উপগ্ৰন্থাগাৰিক শ্ৰী অভয় চৰণ বৰকটকী আৰু উপগ্ৰন্থাগাৰিক প্ৰয়াত দেৱকান্ত লস্কৰৰ সহযোগত আৰু কাৰ্যালয় অধীক্ষক প্ৰয়াত মোহন চন্দ্ৰ গোস্বামীৰ তৎপৰতাত অতি কম সময়ৰ ভিতৰতে এই কাৰ্য সমাধা হৈছিল। আমি গোস্বামীদেৱৰ এই অসীম প্ৰচেষ্টাৰ কথা সদায় শ্ৰদ্ধাৰে স্মৰণ কৰিম।

গোস্বামীদেৱ এজন প্ৰকৃত গ্ৰন্থাগাৰিক। তেখেতে মনত এটি দৃঢ় সংকল্প লৈ জীৱশ্ৰেষ্ঠ মানুহৰ শ্ৰেষ্ঠ সম্পদ কিতাপ আৰু পুথিভঁৰালক ভাল পাবলৈ শিকিছিল আৰু ইয়াৰ সুৱাস জনসাধাৰণ মাজত বিয়পাবলৈ প্ৰযাস কৰিছিল। পুথিভঁৰালত থাকিযেই তেখেতে সাহিত্য চৰ্চাৰ প্ৰতি মনোনিবেশ কৰিছিল। নানান বিষয়ৰ প্ৰাৰন্ধিক হিচাপে তেখেতৰ কৃতিত্ব অসমৰ সকলোতে বিদ্যমান। এজন সুদক্ষ সমালোচক-সাহিত্যিক ৰূপে তেখেত সুপৰিচিত। বৰ্ত্তমানলৈকে তেখেতে ২৫ খনৰো অধিক গ্ৰন্থ প্ৰণয়ন কৰি আৰু বহুতো কাকত আলোচনীত নানান বিষয়ক মূল্যবান তথা সুচিন্তিত প্ৰবন্ধ আদি ৰচনা কৰি গোস্বামীযে সাহিত্য জগতত সুপ্ৰতিষ্ঠিত হৈছে। অবিৰাম গ্ৰন্থৰ লগত জড়িত হৈ তেখেতে প্ৰকৃত জীৱনটোৰ প্ৰেৰণা আয়ত্ব কৰিছে। মন আৰু মন, অংগৰাগ, নাটক আৰু নাটক, কিতাপ আৰু কিতাপ, পলাশৰ ৰং, লেনিন, প্ৰতীক্ষা আদি তেখেতৰ ৰচিত উল্লেখনীয় গ্ৰন্থ। তেখেতে শিল্পীসুলভ নিপুণ কাৰুকাৰ্য্যৰে এই গ্ৰন্থবোৰ দাঙি ধৰিছে।

ৰামগোস্বামীদেৱ এনে এজন শ্ৰেষ্ঠ গুণী জ্ঞানী গ্ৰন্থাগাৰিক যি জনাৰ অসম ৰাজহুৱা পুথিভঁৰাল সেৱা আছিল এক দৃষ্টান্ত স্বৰূপ। গভীৰ নিষ্ঠা, সততা আৰু কঠোৰ পৰিশ্ৰমেৰে তেখেতে এই সেৱা আগবঢ়াই অসম বাসীক উপকৃত কৰিছে। চৰকাৰী খণ্ডত কেন্দ্ৰীয় পুথিভঁৰালকে আৰম্ভ কৰি গ্ৰাম্য পুথিভঁৰাললৈকে সকলোতে তেখেতৰ বিশিষ্ট বৰঙণি সদা স্মৰণীয়। তেখেতৰ কৰ্মৰাজিৰ যি মুল্যায়ণ, যি সাধনা, যি উল্লেখনীয় সামাজিক অৱদান, সেইবোৰ আমি সদা সৰ্বদা আন্তৰিক কৃতজ্ঞতাৰে স্মৰণ কৰো। পঞ্চাশৰ দশকত অসম চৰকাৰী খণ্ডত ৰাজহুৱা পুথিভঁৰালে তেখেতৰ নেতৃত্বৰ পাতনি মেলে। অপৰিসীম দুঃসাহসৰ লগতে আছিল তেখেতৰ বিচক্ষণ প্ৰশাসনীয় দক্ষতা। অসমৰ জনসাধাৰণৰ ব্যৱহাৰিক জীৱনত ৰাজহুৱা পুথিভঁৰালে

কেনেকৈ সহায় কৰিব পাৰে, সেয়া আছিল তেখেতৰ সৰ্বক্ষণৰ চিন্তা আৰু চেষ্টা। আমি চাকৰিত সোমোৱা আৰম্ভণীৰ পৰা গোস্বামীচাৰৰ প্ৰতিভাৰ সাৰ্থক আৰু বিচিত্ৰ প্ৰকাশ লক্ষ্য কৰিছিলোঁ। পুথিভঁৰালৰ প্ৰতি থকা তেখেতৰ একাত্মতাৰ প্ৰমাণ পাইছিলোঁ আমাৰ প্ৰতি থকা সহৃদয়তা, দিহা পৰামৰ্শ আৰু উপদেশ বোৰৰ মাজেদি। আজিও তেখেতে অকপত ভাৱে আমাক বিভিন্ন প্ৰকাৰৰ সহায় আৰু সহযোগ কৰি আহিছে। তেখেত আছিল অসমৰ ৰাজহুৱা পুথিভঁৰাল আন্দোলনৰ পিতৃ স্বৰূপ। পিতৃৰ দৰে চেনেহ আৰু পিতৃৰ দৰে প্ৰয়োজন বোধে শাসন আছিল তেখেতৰ চৰিত্ৰৰ দুৰ্লভ বৈশিষ্ট্য। আমাৰ চাকৰি জীৱনৰ বহুতো সমস্যা গোস্বামী চাৰে সমাধা কৰিছিল। তেখেতৰ সকলো বিষয়তে দৃষ্টিভংগী আছিল যত্নমূলক। এনে গুণ খুউব কম লোকৰ জীৱনতহে দেখিবলৈ পোৱা যায়। অসমৰ ৰাজহুৱা পুথিভঁৰালক এক দৃঢ় আৰু নিৰাপদ ভিত্তিত স্থাপন কৰোতা গোস্বামীদেৱৰ অগ্ৰগামী ভূমিকা পৰবৰ্ত্তী গ্ৰন্থাগাৰিক সকলৰ বাবে অনুপ্ৰেৰণা স্বৰূপ।

অসম পুথিভঁৰাল সেৱা সন্থা তেখেতৰ অনুপ্ৰেৰণাতে জন্ম লৈছিল ১৯৮০ চনত। গোস্বামীদেৱে ১৯৮৪ চনত অৱসৰ লোৱা সময়লৈকে উক্ত সন্থাৰ সভাপতি পদ অলংকৃত কৰিছিল আৰু তেতিয়া সন্থাৰ অধীনৰ কৰ্মচাৰী সকলৰ বহুতো অভাৱ অভিযোগ দূৰ হৈছিল আৰু সাংগঠনিক দিশত যথেষ্ট আগ বাঢ়িছিল।

সৰ্বভাৰতীয় পুথিভঁৰাল সংগঠনৰ লগতো তেখেত ওতঃপ্ৰোত ভাৱে জৰিত হৈ পৰিছিল। পৰিকল্পনা আয়োগৰ ৰাজহুৱা পুথিভঁৰাল - উপসমিতিৰ সদস্য, নেচনেল লাইব্ৰেৰী, কলিকতাৰ গভৰ্ণিং কাউন্সিলৰ সদস্য, কলিকতাস্থিত ৰাজা ৰামমোহন ৰায় লাইব্ৰেৰী ফাউণ্ডেচনৰ কেন্দ্ৰীয় সমিতিৰ সদস্য, সদৌ ভাৰত পুথিভঁৰাল সন্থাৰ কাৰ্য্যকৰী সমিতিৰ সদস্য, দিল্লীত অনুস্থিত ইউনেস্কো ইনটাৰনেচনেল চেমিনাৰৰ ভাৰতীয় প্ৰতিনিধি প্ৰভৃতিত গোস্বামীদেৱে জড়িত হৈ ভাৰতৰ পুথিভঁৰাল আন্দোলনৰ সংগঠন, সম্প্ৰসাৰণ আৰু উন্নয়নৰ হকে বলিষ্ঠ বৰঙণি আগবঢ়াইছিল।

এইজনা বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি ৰাম গোস্বামী দেৱ এই নতুন শতিকাৰ মাৰ্চমাহৰ ৩১ তাৰিখে ৭৫ বছৰ পূৰ্ণ কৰিছে। তিনিকুৰি পোন্ধৰ বছৰ অতিক্ৰম হবলৈ ধৰিও আজি যেন গোস্বামীদেৱক পৌঢ়ত্বই বলাব পৰা নাই। জীৱনৰ সেউজীয়াখিনি হেৰুৱালেও আজি তেখেতে মনৰ সেউজীয়া অটুট ৰাখিছে। সজীৱ মনৰ নতুন উদ্যমেৰে এতিয়াওঁ গোস্বামীদেৱে সাহিত্য চৰ্চা আৰু পুথিভঁৰাল সম্পৰ্কীয় নানান বিষয়ত আলোচনা আৰু সাহিত্য সমালোচনাত ব্যস্ত হৈ থাকে। আমি আটাইয়ে এইজনা বৰেণ্য ব্যক্তিক তেখেতৰ হীৰক জয়ন্তী বৰ্ষৰ বাবে আমাৰ প্ৰাণভৰা সদিচ্ছা, শ্ৰদ্ধা-ভক্তি আৰু ভালপোৱা যাছিলো আৰু ভগৱানৰ ওচৰত তেখেতৰ সুস্বাস্থ্যৰে শতায়ু অতিক্ৰম কৰাৰ মানসেৰে প্ৰাৰ্থনা জনালোঁ।

# গোস্বামী চাৰক কেনেকৈ পাইছিলো.....

## ৰীতা দাস

ব্যক্তিত্ব সান্নিধ্য কাক বোলে আৰু এই সান্নিধ্যই মানুহক কিমান আকৰ্ষিত কৰিব পাৰে তথা ব্যক্তিত্ব কিমান প্ৰেৰণা উদ্দীপক হ'ব পাৰে সেই সম্পৰ্কে জীৱনত কোনো ধাৰণাকে কৰিব নোৱাৰিলোহেঁতেন যদি গোস্বামী চাৰক লগ নাপালোহেঁতেন! মই ১৯৭৬ চনৰ এপ্ৰিল মাহত গ্ৰন্থাগাৰ সহায়ক হিচাপে গুৱাহাটী জিলা পুথিভৰাঁলত কামত যোগ দিয়াৰ পৰা ১৯৮৪ চনৰ ফেব্ৰুৱাৰী মাহলৈকে প্ৰায় ৮ বছৰ গোস্বামী চাৰৰ নিবিড় সান্নিধ্য লাভ কৰিছিলো। চাৰৰ সৈতে মোৰ প্ৰথম দেখা চাকৰিৰ বাবে সাক্ষাৎগ্ৰহণকাৰী হিচাপে। গ্ৰন্থাগাৰ সম্পৰ্কীয় প্ৰশ্ন আৰু সাধাৰণ জ্ঞান সম্পৰ্কীয় কিছু প্ৰশ্ন সোধাৰ পাছত চাৰে মোক সুধিছিল— "শিলচৰলৈ চাকৰি কৰিবলৈ যাব লাগিলে পাৰিবা নহয় ?" মই একেআষাৰে উত্তৰ দিছিলো 'তেজপুৰ বা গুৱাহাটীত হ'লেহে মই চাকৰি কৰিব পাৰিম।' চাৰে তেতিয়া কৈছিল "তুমি নিশ্চয় দেখিছা এ্যাডভাৰ্টাইজমেন্টত কোনো নিৰ্দ্দিষ্ট ঠাইৰ কথা উল্লেখ কৰা হোৱা নাই ।" মই মনে মনে থাকিলো। 'বাৰু এতিয়া যোৱা' বুলি চাৰে মোক বিদায় দিলে। আমি সম্ভৱ ১৯ গৰাকী প্ৰাৰ্থী আছিলো । সহপ্ৰাৰ্থী সকলক কি কি সুধিলে কোৱাত প্ৰায় আটায়েই ক'লে যে— মই শিলচৰলৈ যাব পাৰিম বুলি ক'ব লাগিছিল। মই চৈধ্য নম্বৰ প্ৰাৰ্থী হিচাবে সাক্ষাৎকাৰ দিছিলো। আন ঠাইলৈ যোৱাৰ প্ৰশ্নত বাকী সকলোৰেই যাব পাৰিম বুলি কৈছো বুলি ক'লে। মোৰ মনটো বেয়া লাগি গ'ল, ভাবিলো সঁচাকৈয়ে ভুলেই কৰিলো— গতিকে চাকৰি পোৱাৰ আশা নাই— পিছে চাকৰিতো মই পালো। পাছত ভাবিলো আসৈ নামাতি সঁচা কথা কোৱাটোৱেই নিশ্চয় এক সততাৰ পৰিচয় হিচাপে চাৰে গণ্য কৰিছিল। চাৰৰ প্ৰতি এই প্ৰথম ধাৰণাটোৱেই মোৰ চাকৰিৰ সমগ্ৰ সময়ত বাৰে বাৰে প্ৰমাণিত হৈছে । সঁচা কথা কোৱা লোকক চাৰে অদ্ভুত চেনেহ কৰিছিল। চাৰৰ ক'তোৱেই কোনো মিছা কৃত্ৰিমতা নাছিল।

জিলা পুথিভঁৰালত ছ মাহ চাকৰি কৰাৰ পাছত মোক চাৰে ৰেফাৰেন্স লাইব্ৰেৰীয়ান হিচাপে ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰাললৈ লৈ আনিলে। সেইদিনাৰে পৰা ধৰি দেখিছো নিয়মানুৱৰ্ত্তিতাত গোস্বামী চাৰ পাহাৰৰ দৰে অটল আছিল ।

চাকৰিৰ শেষদিনালৈকে চাৰক কেতিয়াও পলমকৈ অহা নেদেখিলো। ফলত আমাৰ কাৰ্য্যালয়ৰ কোনোৱেই চাকৰিলৈ কাহানিও পলমকৈ অহা নাছিল ।

পৰিপাটি আৰু শৃংখলাও চাৰে অতি নিখুঁত ভাৱে অভ্যাস কৰিছিল। এদিন চাৰে ৰেফাৰেন্স চেক্‌চনত সোমায়েই কেটালগ্ কেবিনেটৰ ওপৰত থকা ফুলদানিটোত কেইপাহমান ফুল লেৰেলি যোৱা দেখা পাইয়েই সামান্য উত্তেজিত হৈ ব্যস্ত হৈ পৰিল। লগে লগে কাৰ্য্যালয়ৰ মালিজনক মতাই অনাই প্ৰতিদিনেই ফুলদানিটো সজীৱ ফুলেৰে সজাই থ'বলৈ নিৰ্দেশ দিলে। লগতে মোকো কৈছিল— 'সদায়েই চাবা যাতে ফুলদানিটো সজীৱ ফুলেৰে উপচি থাকে। পঢ়ুৱৈয়ে সোমায় আহিয়েই যাতে সতেজ ফুলখিনি দেখি এক সজীৱতা অনুভৱ কৰে।"

সময় পালেই চাৰে ৰেফাৰেন্স চেক্‌চনত কিতাপ পঢ়িবলৈ আহিছিল। প্ৰায়ে চাৰে ৰেকবোৰত কিতাপবোৰ সজোৱা কিবা খেলি-মেলি আছে নেকি চাইছিল। কিতাপবোৰত এক্সেছন নাম্বাৰ আদি দিয়ালৈকে সূক্ষ্ম কথাবোৰতো চাৰে চকু দিছিল। আখৰবোৰ সুন্দৰ পৰিপাটি হোৱাটো চাৰে বিচাৰিছিল । বিভিন্নজনে লিখা এক্সেছন নাম্বাৰবোৰত বেয়া হাতৰ আখৰ দেখিলে চাৰে কৈছিল— 'নাম্বাৰবোৰ লিখাটোও এটা আৰ্ট বুজিছা— আখৰবোৰ ধুনীয়া হ'ব লাগে আৰু নিৰ্দ্দিষ্ট পৃষ্ঠাটোৰ নিৰ্দ্দিষ্ট এটুকুৰা ঠাইতে প্ৰতিখন কিতাপৰ নাম্বাৰবোৰ লিখিব লাগে ।'

গ্ৰন্থাগাৰলৈ পঢ়িবলৈ অহা কোনো লোকে আমাৰ সেৱাত সন্তুষ্ট হৈ চাৰক শলাগিলে চাৰে লগে লগে সিজনক মাতি নি তেখেতৰ সন্মুখতে কৈছিল 'এখেতে তোমাৰ কামৰ শলাগ লৈছে, এইটো বৰ ভাল কথা । মই বৰ ভাল পাইছো ।' শলাগেই যে মানুহৰ কৰ্মপ্ৰেৰণা সেইটো চাৰে আমাক সঁচায়েই শিকাইছিল । "মানুহে যদি শলাগ নলয় তেন্তে কাম কৰাৰ উৎসাহ ক'ৰ পৰা পাবা, গতিকে শলাগ ল'বলৈ যোগ্য হোৱাকৈ কাম কৰিবা ।"

আমাৰ ৰেফাৰেন্স চেকচনৰ কিতাপ বাহিৰলৈ পঢ়িবলৈ দিয়াটো নীতি বিৰুদ্ধ কথা । সৰ্বময় কৰ্ত্তা হৈয়ো চাৰে কোনো দিনেই এখনো আপুৰুগীয়া পুথি ঘৰলৈ নি নপঢ়িছিল । দৰকাৰ হ'লে আমি কেতিয়াবা কিছু বিশেষ পৃষ্ঠা চাৰক কপি কৰি দিছিলো । ৰেফাৰেন্স লাইব্ৰেৰীটো চাৰে অতি আপুৰুগীয়া ভঁৰাল বুলি প্ৰকৃতাৰ্থত গণ্য কৰিছিল। এবাৰ এজন চাৰৰ বিশিষ্ট বন্ধুৱে কিতাপ এখন আছে নে নাই সুধি, কিতাপখন আছে বুলি জানি নিবলৈ বিচৰাত চাৰে তেখেতক ৰেফাৰেন্স চেকচনলৈ পঠাই দি মোক লগে লগে ইন্টাৰকমত কৈ দিছিল — "মই উপায় নাপায় তেওঁক তোমাৰ ওচৰলৈ পঠাইছো। তুমি কিতাপখন বাইণ্ডিঙত দিয়া হৈছে বুলি ক'বা ।" চাৰে কিন্তু মানুহজনক কিতাপখন পঢ়াৰ পৰা বঞ্চিত কৰিব খোজা নাছিল সেয়ে

চাৰে আৰু কৈছিল— "তুমি ক'বা কিতাপখন বাইণ্ডিঙৰ পৰা আহিলে লাগে যদি আপোন দৰকাৰী পৃষ্ঠাকেইটা কম খৰছতে ফটোষ্টেট কৰাই দিব পাৰো।"

আমাৰ ৰাজ্যলৈ প্ৰধানমন্ত্ৰী অথবা ৰাষ্ট্ৰপতিৰ দৰে ৰাষ্ট্ৰপ্ৰধান সকল আহিলে সেই সকল থকা ঠাইত কিছু কিতাপ পত্ৰৰ বিশেষকৈ, ৰাজ্যৰ সাহিত্য-সংস্কৃতি, ৰাজনীতি, অৰ্থনীতি বিষয়ক কিতাপ-পত্ৰ ৰখাটো চৰকাৰী নিয়ম আৰু এই ক্ষেত্ৰত কেন্দ্ৰীয় পুথিভঁৰালৰ পৰা সাময়িক ভাবে পুথি-পাজিৰ যোগান ধৰা হয়। এবাৰ ইন্দিৰা গান্ধী অসমলৈ আহোতে এনেধৰণে কিতাপ-পত্ৰ দিয়াৰ সময়ত মই চাৰক সুধিছিলো যে— যদি প্ৰধানমন্ত্ৰীয়ে কোনো বিষয়ৰ কিতাপ-পত্ৰ বিচাৰোতে আমাৰ দুষ্প্ৰাপ্য সংগ্ৰহবোৰৰ পৰা কিবা কিতাপ দিব লগা হয় তেতিয়া কি কৰিম বুলি। চাৰে লগে লগেই ক'লে "কেতিয়াও নিদিবা। শুনা, ছোভিয়েট ৰাষ্ট্ৰৰ প্ৰধান মহামতি লেনিনেই পুথিভঁৰালৰ পৰা দুষ্প্ৰাপ্য সংগ্ৰহ উলিয়াই অনাটো নিবিচাৰিছিল। তেওঁৰ দৰে ব্যস্ত কিন্তু অধ্যয়নশীল লোকেই তেনে কিতাপ লাইব্ৰেৰীত গৈহে পঢ়িছিল।"

প্ৰতিখন দুষ্প্ৰাপ্য কিতাপক চাৰে নিজৰ সন্তানৰ দৰে জ্ঞান কৰিছিল। বিশেষকৈ সৰু সৰু আপুৰুগীয়া পুথিবোৰক অবোধ শিশুৰ দৰে মৰম কৰিছিল। আমি কেতিয়াবা অযত্ন কৰোঁ বুলি চাৰে মাজে মাজে সেইবোৰ ঠিকে ঠাকে আছেনে ব্যক্তিগত ভাৱে খবৰ ৰাখিছিল আৰু নিজ চকুৰে চাইছিলহি।

গ্ৰন্থাগাৰ সংস্কৃতিৰ এই গৰাকী মহান ব্যক্তিৰ আজি ৭৫ বছৰীয়া জন্মদিনত তেখেতৰ সুস্বাস্থ্য আৰু দীৰ্ঘ জীৱনৰ বাবে নেদেখাজনক মই কাবৌ কৰিছো।

# মোৰ কৰ্মজীৱনৰ আৰম্ভণি আৰু শ্ৰীযুত ৰাম গোস্বামী দেৱৰ বদান্যতা

মঃ জুলমত আলি

"চাকৰি জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰি মই অকণো অসুবিধা পোৱা নাই বৰং মই এতিয়া অধিক ব্যস্তহে। মই মোৰ কাম বিলাকত অধিক মনোনিবেশ কৰিবলৈ সুবিধা পাইছো।" -- এই কথাখিনি ৰেডিঅ'ৰ যোগে সাংবাদিকৰ এক প্ৰশ্নৰ উত্তৰত শ্ৰীযুত ৰাম গোস্বামীদেৱে ব্যক্ত কৰিছিল। সেই কথাখিনি মোৰ কাণত এতিয়াও যেন বাজি আছে। সঁচাকৈয়ে চাৰে তেখেতৰ কামৰ জৰিযতে উক্ত কথা ফাঁকিৰ যথাৰ্থতা প্ৰমাণ কৰি দেখুৱাইছে। তেখেতৰ কৰ্মজীৱনৰো কিছু কথাই মোৰ জীৱনত গভীৰভাৱে ৰেখাপাত কৰি গৈছে। আনহাতে মোৰ কৰ্মজীৱনৰ পাতনিত তেখেতৰ অৰিহণা আছিল অপৰিসীম।

ৰাজ্যিক কেন্দ্ৰীয় পুথি ভঁৰালৰ গ্ৰন্থাগাৰিক, বৰ্তমান যিটো পদ অসমৰ পুথিভঁৰাল সেৱাৰ সঞ্চালক পদলৈ উন্নীত কৰা হ'ল সেই গ্ৰন্থাগাৰিক পদত তেখেতে আৰম্ভণিৰ পৰা ১৯৮৪ চনলৈ সুখ্যাতিৰে সেৱা আগবঢ়াই অসমত পুথি ভঁৰাল সেৱাৰ এক আলোড়নৰ সৃষ্টি কৰি আছিল। এক অনন্য ব্যক্তিত্বৰ অধিকাৰী, প্ৰশাসনীয় দক্ষতাসম্পন্ন, নাট্যকাৰ, সাহিত্যিক, সমালোচক হিচাবে লব্ধ প্ৰতিষ্ঠ এইজনা ব্যক্তিৰ অধীনত মোৰ কৰ্মজীৱনৰ আৰম্ভণি মোৰ বাবে এক অবিস্মৰণীয় ঘটনা।

কিতাপৰ প্ৰতি একান্ত আগ্ৰহ আৰু অধ্যয়নৰ ধাউতিয়ে মোক পুথিভঁৰালৰ চাকৰিৰ প্ৰতি অধিক আগ্ৰহান্বিত কৰি তুলিছিল আৰু সেই উদ্দেশ্য আগত ৰাখি এদিন গোস্বামী চাৰৰ ওচৰ চাপিছিলো- এই বিভাগত এটি চাকৰি পোৱাৰ আশাৰে। প্ৰথম দৰ্শনতে তেখেতৰ ব্যক্তিত্বই মোক অধিক আকৰ্ষিত কৰি তুলিছিল আৰু তেখেতৰো বোধহয় মোৰ প্ৰতি এটা দয়াৰ ভাৱ উপজিছিল। তেখেতে মোৰ পৰিচয় আদি লোৱাৰ সুযোগতে মই মোৰ অভিপ্ৰায়ৰ কথা ব্যক্ত কৰিলো আৰু কলো যে মই অতি দুখীয়া পৰিয়ালৰ ল'ৰা, আৰ্থিক অনাটনৰ হেতু মোৰ পঢ়া জীৱনৰ পথ ৰুদ্ধ হৈ পৰিছে। সেযেহে পুথিভৰাঁলত এটা চাকৰি পালে শিক্ষা গ্ৰহণৰ এটা ব্যৱস্থা কৰিব পাৰিম তাকো বিনম্ৰতাৰে জনালো। তেখেতে স্বভাৱসুলভ মৰমেৰে উত্তৰ দিলে- এতিয়া কোনো পদ খালী নাই। যদি কেতিয়াবা খালী হয় তেন্তে চেষ্টা কৰি চাম। মাজে মাজে খা-খবৰ লৈ থাকিবা আৰু অন্য বিভাগতো চেষ্টা কৰি থাকিবা।

ময়ো মাজে সময়ে তেখেতৰ ওচৰলৈ গৈ খা-খবৰ লৈ থাকিব ধৰিলো। এদিন হঠাতে তেখেতে ক'লে-- "মোৰ অফিচত এজন মানুহে ছুটী ল'ব। যদি ইচ্ছা কৰা এখন দৰ্খাস্ত কৰিব পাৰা। দৰ্খাস্তখন কেনেকৈ কৰিব লাগে তাকো তেখেতে কৈ দিলে। মই তৎক্ষণাত সন্মতি জনালো আৰু পিচদিনাখনেই এখন দৰ্খাস্ত তেখেতৰ অফিচত দি থৈ আহিলোগৈ।

তেখেতে মোক এটা নিৰ্দিষ্ট দিনত অফিচলৈ মাতিলে। সেই দিনটোত তেখেতক দেখা কৰা মাত্ৰকে এজন পিয়নৰ হতুৱাই কাৰ্য্যালয়ৰ এজন লোকক মতাই আনি ক'লে- "এওঁক কেশৱৰ ঠাইত কাম কৰিবলৈ দিছো। তেওঁৰ ওচৰলৈ লৈ যোৱা। অলপ কাম শিকাবলৈ দিয়াগৈ। "নকলেও হ'ব যে ভয় আৰু শংকাত মোৰ মনটো দুৰুহ দুৰুহকৈ কঁপিব ধৰিছে- চাৰৰ দৰে ব্যক্তিৰ অধীনতে কাম কৰিবলগীয়া হোৱা বাবে। মোৰ মনৰ অৱস্থা বুজিয়ে হ'বলা চাৰে কৈ উঠিল- "ভয় নকৰিবা, কিবা বুজি নাপালে সুধি লবা।" সেইদিনাখন টেবুলৰ অলপ কাম শিকি বুজি লৈ বিদায় ল'লো। এক নিৰ্দিষ্ট দিনত সেই লোকজন ছুটীত গ'লগৈ আৰু মই স্বতন্ত্ৰীয়ভাৱে কাম কৰিবলগীযা হ'ল।

অফিচৰ একো ভূ-ভা বুজি নোপোৱাকৈয়ে মোৰ এক নতুন জীৱনযাত্ৰা আৰম্ভ হোৱাত মই সঁচাকৈয়ে এক নতুন শিহৰণ অনুভৱ কৰিলো। তথাপি ছুটীৰ কাম যেতিয়া তাৰ অন্ত পৰিল এক ভাবাবেগ লৈ ঘৰমুৱা হ'বলগীয়া হওঁ। কেইমাহমান পাছত তেখেতে মোক পুনৰ মাতি পঠিয়াই অন্য এটা ছুটীৰ কামত নিয়োগ কৰে। এনেকৈ কেইবাটাও ছুটীৰ কাম কৰাৰ পাছত সেই অফিচতে মোক খালীপদ এটিত সাময়িকভাৱে কামত নিয়োগ কৰে। মাত্ৰ কেইদিনমান এজন লোকৰ অধীনত কাম শিকিয়েই দায়িত্ব ল'বলগীয়াত পৰো। কাৰণ উক্ত ব্যক্তিজনে হঠাতে ছুটীৰ দৰ্খাস্ত কৰিছিল। গোস্বামী চাৰে কোঠালৈ মাতি নি কৈছিল- - "এতিযাৰপৰা তুমিযে দৰমহা বিলৰ কাম কৰিব লাগিব। পৰিবানে?" মই একপ্ৰকাৰ প্ৰকাৰ ভয় খাইছিলো যদিও মনত সাহস গোটাই কৈছিলো- "চেষ্টা কৰিম চাৰ।" তেখেতে নানা উপদেশ দি কিবা বুজি নাপালে সুধিবলৈকে কৈ মোক কাম আৰম্ভ কৰিবলৈ কৈছিল।

প্ৰথম অৱস্থাত মাজে মাজে উজুটি খাইছিলো যদিও চাৰে মোৰ সকলো সময়তে খা-খবৰ কৰি আছিল আৰু কিবা বুজি নাপালেই তাক সুন্দৰকৈ বুজাই দিছিল। বিশেষকৈ তেখেতৰ প্ৰশাসনীয় দক্ষতা, বিত্তীয় নীতি-নিযমৰ গভীৰ জ্ঞান আৰু তীক্ষ্ণ বুদ্ধিসত্তা দেখি তবধ মানিছিলো। কিবা অসুবিধা পালেই মই তেখেতৰ ঘৰলৈগৈ হ'লেও বুজিবলৈ চেষ্টা কৰিছিলো আৰু সেই আত্মীযতা গঢ়ি উঠিছিল। দৰমহা বিলৰ কামবিলাক তেখেতে প্ৰায়ে খৰচি মাৰি চাইহে চহী কৰিছিল। আৰু কিবা ভুল পালেই তেখেতে মোক সুন্দৰকৈ বুজাই দিছিল।

গোস্বামীচাৰৰ অধীনত কৰ্মৰত অৱস্থাতেই মই বি এ পঢ়িবলৈ ব্যৱস্থ কৰো। এইক্ষেত্ৰত তেখেতে বহুতো মূল্যবান উপদেশ দিছিল আৰু বহু সহায় কৰিছিল। প্ৰাক্ বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ সময়ত কৰা সহায় মোৰ বাবে স্মৰণীয় ঘটনা হৈ ৰব। তাৰোপৰি তেখেতৰ সান্নিধ্যত থকাৰ কাৰণে বহুতো সাহিত্যিক, নাট্যকাৰ, শিল্পী আদিৰ সৈতে পৰিচয় হোৱাৰ সুযোগ পাইছিলো। তেখেতে মোক প্ৰায়ে উচ্চ শিক্ষা লাভাৰ্থে আৰু লিখা-মেলা কৰা কাৰণে উপদেশ দিছিল। ফলস্বৰূপে শিক্ষালাভ কৰিবলৈ সক্ষম হৈছো। সেইদৰে পদোন্নতিৰ ক্ষেত্ৰতো মোক যথেষ্ঠ সহায় কৰিছিল।

শ্ৰীযুত গোস্বামী চাৰৰ পয়সত্তৰ বছৰীয়া জন্মদিনত তেখেতলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম জনালো আৰু তেখেতৰ দীৰ্ঘায়ু সুস্বাস্থ্য কামনা কৰিলো।

# আমাৰ সময়ৰ প্ৰতিচ্ছবি ঃ প্ৰতীক্ষা

## যোগেশ দাস

বহু প্ৰকাৰে সুপৰিচিত ৰাম গোস্বামীৰ এইখন প্ৰথম উপন্যাস, নিজে কোৱা মতে "অধিক বয়সৰ ৰচনা"। আৰু কৈছে, "মই নাটকৰ মানুহ"। হয়। নাট্যাভিনয়ৰ লগত তেওঁ জড়িত বুলি আমি জানো। অসম চৰকাৰৰ ৰাজ্যিক গ্ৰন্থাগাৰিক ৰূপে সুদীৰ্ঘ তেত্ৰিশ বছৰ কাল কাম কৰি অৱসৰ লোৱা ৰাম গোস্বামীয়ে অঙ্গৰাগ', 'মন আৰু মন', 'অসমৰ লোকনাট্য', 'বিশ্ববিশ্ৰুত নাট্যকাৰ', বিভিন্ন জীৱনী, নানান নাটকৰ অনুবাদ আদি ভালেমান গ্ৰন্থ প্ৰকাশ কৰি উলিয়াই পাঠক সমাজৰ মাজত জনাজাত হৈ উঠিছে। আজি বহু দিন ধৰি তেওঁ বহুতো অসমীয়া পুথিৰ সমালোচনা কৰিও আহিছে, যিহৰ সুফল স্বৰূপে তেওঁ 'কিতাপ আৰু কিতাপ' সম্প্ৰতি প্ৰকাশ কৰি উলিয়াইছে। এতিয়া অৱশেষত ৰাম গোস্বামীযে এই ১৭৬ পৃষ্ঠাৰ উপন্যাসখন লিখি পাঠক সমাজলৈ আগবঢ়াইছে। তেওঁ ভাৱে আৰু পাশ্চাত্যৰ সমালোচনাতো এই কথা গৃহীত যে নাটক আৰু উপন্যাসৰ উপাদানবিলাক একেই, মাত্ৰ আঙ্গিকৰহে পাৰ্থক্য, মানুহ দুয়োটা মাধ্যমৰে কেন্দ্ৰবিন্দু। 'প্ৰতীক্ষা'ৰ কাহিনী বা প্লটবস্তু আমাৰ বৰ্ত্তমান জটিল, সংকটপূৰ্ণ সমাজ-ব্যৱস্থা। ইয়াৰ ইংৰাজী পৰিচয়ত কোৱা হৈছে ঃ A noval in Assamese purporating to depict a picture of the contemporary Assamese Socio-Political Scenario in the wake of insurgent activities আনহাতে লিখকে জনাইছে যে "অসমৰ সাম্প্ৰতিক ঘটনাৱলী লিপিবদ্ধ কৰা মোৰ উদ্দেশ্য নহয়। মই এইবোৰ দেখিশুনি হতাশ হৈ পৰো। এনে পৰিবেশৰ লগত আমি নিজকে খাপ খুৱাই ল'ব নোৱাৰো বাবেই ন্যায়-অন্যায নিৰ্ণয় কৰা আমাৰ পক্ষে সম্ভৱ নহয।" এই দুটা উদ্ধৃতিৰ মাজতে ওলাই পৰিছে লিখকৰ দ্বিধা ভাবটো — যিটো উপন্যাসৰ মুখ্য চৰিত্ৰ ধৰ্মেশ্বৰ হাজৰিকাৰো — কাহিনীৰ একেবাৰে সামৰণিত যিটো ব্যক্ত হৈছে, "তেওঁৰ মনত এটাই প্ৰশ্ন, পৰিস্থিতি কেনেকৈ সমাধান হব? ল'ৰাবোৰে হিংসা এৰি শুদ্ধ পথলৈ কেতিয়া আহিব? ... তেওঁৰ প্ৰতীক্ষা সফল হবনে?" অহিংসা গান্ধীবাদী আন্দোলনৰ পৰা ওলাই অহা সৰল, আদৰ্শ শিক্ষক ধৰ্মেশ্বৰ হাজৰিকা, তেওঁ ভাবে অহিংসাই শুদ্ধ পথ; তেওঁৰ সৰু ল'ৰা ৰাজেনে অনুসৰণ কৰা সশস্ত্ৰ বিপ্লৱৰ পথটো নহয়।

অৱশ্যে হাজৰিকা বা ৰাজেন কাহিনীৰ নায়ক নহয়। কাহিনী ভাগৰ নায়ক-নায়িকা

বুলি দৰাচলতে কাকো চিহ্নিত কৰিব নোৱাৰি। নানান ঘটনা আৰু ক্ৰিয়া -প্ৰতিক্ৰিয়া সম্বলিত কৰি যিটো সময়ৰ প্ৰতিচ্ছবি দাঙি ধৰিব খোজা হৈছে সেইটোৱেই ঔপন্যাসিকৰো আশা!

ঘটনাৱলীৰ স্থান গুৱাহাটী বুলি সামান্যভাৱে ইংগিত কৰা হৈছে, যদিও গোটেই অসমখনকে ইয়াৰ পটভূমি বুলি ধৰিব পাৰি। স্বৰ্গগত আদৰ্শ শিক্ষক, ল'ৰা-ছোৱালীৰ চৰিত্ৰৰ গঢ় দিওঁতা চাহাবুদ্দিন আহমদৰ পবিত্ৰ স্মৃতি লৈ জীৱন অতিবাহিত কৰা ধৰ্মেশ্বৰ হাজৰিকাই পতিব্ৰতা মনোৰমাৰ সৈতে লগ লাগি, টিউশ্যন কৰি বেংকৰ ধাৰ লৈ তপন, মাজনী, ৰাজেন এই তিনিটা সন্তানক সুশিক্ষিত কৰি তোলে। কিন্তু দুৰ্নীতিগ্ৰস্ত, অসাধু ধনী ব্যৱসায়ী বিদ্যুৎ চৌধুৰীৰ বিলাসিনী কন্যা প্ৰতিভাৰ মোহত পৰি তপন পথভ্ৰষ্ট হ'ল। ৰাজেন হৈ থাকিল নিবনুৱা, মাজনীও থাকিল নিবনুৱা আৰু অনূঢ়া হৈ। বিদ্যুৎ চৌধুৰীৰ কৌশল আৰু সহায লৈ তপনে ভাল চাকৰিত মকৰল লৈ ঘৰৰ অমতে প্ৰতিভাক বিয়া কৰালে — পিছলৈ ভাৰাঘৰতো থাকিবলৈ ললে।

তেওঁলোকৰ ডাঙৰ সমস্যা হ'ল মৰম [illegible]গা জী জোনমণি ঃ তাইৰ জন্মৰ কিবা এক ৰহস্যৰ বাবে স্বামী-স্ত্ৰীৰ মাজত মনোমালিন্য ঘটিল, অৱহেলিত ছোৱালীজনীৰ স্বাস্থ্য দিনক দিনে বেযা হৈ যাবলৈ ধৰিলে। ইপিনে মাজনী একে পৰিস্থিতিতে ৰৈ গ'ল আৰু এটা গোপনে ৰখা ৰিভলভাৰ লৈ মাজে মাজে ঘৰৰ পৰা নিৰুদ্দেশ হোৱা ৰাজেনে এটা সশস্ত্ৰ বিদ্ৰোহী সংগঠনত যোগ দিলেগৈ। শেষত অৱশ্যে এজন বিখ্যাত মনোবিজ্ঞানী ডাক্তৰৰ চিকিৎসাত জোনমণিৰ বিকাৰৰ হেতু পিতৃ-মাতৃৰ আচৰণৰ মাজত নিহিত থকাৰ ব্যাখ্যা পাই সংশোধনৰ এটা পথ নিৰ্ণীত হোৱাত তপন-প্ৰতিভা উভয়ৰে চৰিত্ৰৰ পৰিৱৰ্তন ঘটিল — তেওঁলোকে হাজৰিকাৰ সংসাৰলৈ ঘূৰি অহাৰ সিদ্ধান্ত ললে। বিদ্যুৎ চৌধুৰীৰ হকাবধা নামানিলে। তপনে কলেজৰ শিক্ষকতা কৰিবলৈ আৰু দেউতাকৰ বেংকৰ ঋণ শুজিবলৈ স্থিৰ কৰিলে। অৱসৰপ্ৰাপ্ত ধৰ্মেশ্বৰ হাজৰিকাৰ মুখত হাঁহি বিৰিঙি উঠিল; মাত্ৰ ৰাজেনৰ প্ৰত্যাৱৰ্তনলৈ তেওঁ প্ৰতীক্ষা কৰি থাকিল।

এই প্ৰতীক্ষা অৱশ্যে বহুতৰে, আগৰ দিনলৈ নহ'লেও এটা স্বাভাৱিক অৱস্থালৈ আজি বহুতেই অপেক্ষা কৰি আছো। আজিৰ পৰিস্থিতি কোনে সৃষ্টি কৰিলে? ৰাম গোস্বামীয়ে পোনপটীয়াকৈ ৰাজনৈতিক প্ৰক্ৰিয়াৰ কথা কোৱা নাই। কিন্তু বিদ্যুৎ চৌধুৰীৰ দৰে অসাধু শ্ৰেণী আৰু ৰাজেন-মাজনীৰ দৰে সংস্থানহীন অৱস্থাৰ বাবে যিসকল দায়ী — তপনে প্ৰাইভেট কোম্পানী এটাত গাধ খাটনৰ চাকৰি কৰি ঘৰলৈ পিঠি দিয়া, প্ৰতিভাৰ দৰে ক্লাব-গামিনী আভিজাত্যাভিনীৰ মদগৰ্বৰ কথা পাহৰিব নোৱাৰি, এই পৰিস্থিতিৰ অৱসান ঘটাবলৈ ৰাজেনৰ নিচিনা ডেকাই হাতত অস্ত্ৰ তুলি

লোৱাৰ কথাও আহি পৰে। এই অবাঞ্চিত সামাজিক অৱস্থাৰ অৱসান ঘটাবলৈ সৎ, সৰল শিক্ষক ধৰ্মেশ্বৰ হাজৰিকাৰ আদৰ্শয়ো সহায় কৰিব পৰা নাই। এইটো আমাৰ সময়ৰে এটা প্ৰধান সংকট। ঔপন্যাসিকে ইয়াৰ পৰা পৰিত্ৰাণৰ উপায় উলিয়াই দিয়া নাই। সেইটো তেওঁৰ কামো নহয়। ব্যক্তিগতভাৱে তেওঁৰ হয়তো দ্বিধা আছে; কিন্তু পৰিস্থিতিটো দাঙি ধৰাটোৱেই তেওঁৰ পক্ষে যথেষ্ট।

আন বহুতো ঘটনা আৰু চৰিত্ৰ উপন্যাসখনত আছে যিবোৰ ইয়াত উল্লেখ নকৰিলেও চলে — এই ধৰণৰ দীঘলীয়া কাহিনীত তেনেকুৱা প্ৰাসংগিক বৰ্ণনা পৰম্পৰাগতভাৱেই থাকে। উপস্থাপনত গোস্বামীয়ে আকস্মিক পৰিৱৰ্তনৰ এনে ৰীতি অৱলম্বন কৰিছে যিটো তেওঁৰ নাট্য-জগতৰ অভিজ্ঞতাৰে প্ৰতিফলন যেন লাগে। এটা বিশেষ সময়ক ফুটাই তুলিবলৈ যোৱা বাবে চৰিত্ৰ বিশ্লেষণত গুৰুত্ব নিদিলেও হব পাৰে; তথাপি তপন, প্ৰতিভা, বিদ্যুৎ চৌধুৰী আদি চৰিত্ৰৰ জটিলতা ফুটাই তোলাটো প্ৰশংসনীয় হৈছে। হাজৰিকা, মনোৰমা, মাজনী ৰাজেন আদি এক এক ধৰণৰ টাইপ চৰিত্ৰ — মাজনীক নিষ্ক্ৰিয় বুলিয়ে কব পাৰি। তপনকো প্ৰথমৰ ফালে নিষ্ক্ৰিয় যেনেই লাগিছিল, কিন্তু পিছলৈ বেছ সক্ৰিয় হৈ উঠে। পঢ়োৱাতকৈ আন্দোলনত বেছিকৈ লগা শিক্ষক অৰুণ বৰুৱা, লোকৰ দুৰ্বলতাত আঘাত কৰিবলৈ ভাল পোৱা হাজৰিকাৰ চুবুৰীয়া শ্ৰীধৰ বৰুৱা আদি চৰিত্ৰ জটিল আছিল, কিন্তু তেওঁলোকৰ উল্লেখ মাত্ৰহে হ'ল।

---

প্ৰয়াত যোগেশ দাসৰ এই লেখাটো ১৯৯৮ চনৰ 'গৰীয়সী'ৰ অষ্টম সংখ্যাত প্ৰকাশ পাইছিল। ইয়াত প্ৰাসংগিক বুলি ভাবি পুনৰ ছপা কৰা হ'ল।

# গ্ৰন্থ প্ৰেমী, গ্ৰন্থ সমালোচক ৰামগোস্বামী

## ('কিতাপ আৰু কিতাপ', 'মন আৰু মন', বিশ্ব বিশ্ৰুত নাট্যকাৰ)

কনক চন্দ্ৰ শৰ্মা

অৱসৰ প্ৰাপ্ত ৰাজ্যিক গ্ৰন্থাগাৰিক, বিশিষ্ট নাট্যকাৰ আৰু নাট-সমালোচক অভিনেতা ৰাম গোস্বামী সৃষ্টি শীল লেখক হিছাপেই নহয়, গ্ৰন্থ অধ্যয়নৰ এগৰাকী নিষ্ঠাবান আৰু বিৰল অধিকাৰী ৰূপে সুপৰিচিত আৰু সুপ্ৰতিষ্ঠিত। এই লেখকৰো ৰচনাসমূহৰ বাবে পৰম উৎসাহদাতা আৰু শুভাকাংক্ষী ৰূপে তেওঁ সুদীৰ্ঘ কালৰ পৰাই অনুপ্ৰেৰণাৰ উৎস হৈ আছে। তেওঁৰ গ্ৰন্থ অধ্যয়নৰ বিস্তৃতি আৰু ভিন্নসুৰী গ্ৰন্থ-প্ৰেমৰ বিশালতাই তেওঁৰ সৃষ্টি ধৰ্মিতাক আন এটি প্ৰয়োজনীয় দিশৰ সৃষ্টিলৈ আগবঢ়াই নিছে। সেয়া হৈছে গ্ৰন্থালোচনা আৰু গ্ৰন্থ-সমালোচনা। অসমীয়া সাহিত্যত এই দিশটোত নিষ্ঠা আৰু একাগ্ৰতাৰে গুৰুত্ব দিয়া পৰিলক্ষিত নোহোৱাত ৰাম গোস্বামীয়ে 'দৈনিক অসম' আদি বাতৰি কাকত আৰু 'প্ৰকাশ' আদি গুৰুত্বপূৰ্ণ সাহিত্যালোচনীত সুদীৰ্ঘ কাল ধৰি বহু মূল্যবান আৰু সাম্প্ৰতিক কালৰ প্ৰকাশিত গ্ৰন্থৰ আলোচনা কৰিছিল। ১৯৯৪-৯৭ চনৰ ভিতৰত তেওঁ প্ৰস্তুত কৰা বহু গ্ৰন্থ সমালোচনাৰ পৰা স্ব-নিৰ্বাচিত ৬২ খন ভিন্নসুৰী বিশিষ্ট গ্ৰন্থৰ এটি পৰিশোধিত সমীক্ষা সংকলন হৈছে 'কিতাপ আৰু কিতাপ' ১৯৯৭ চনত প্ৰকাশিত। এনে গ্ৰন্থ সংকলনৰ পৰিকল্পনা আপেক্ষিক ভাবে অসমীয়া সাহিত্যলৈ অভিনৱ সংযোজন আৰু বৈশিষ্ট্যপূৰ্ণ স্থায়ী সংযোজন। গ্ৰন্থখনত বিশিষ্ট উপন্যাস, জনপ্ৰিয় গল্প পুথি, মূল্যবান কবিতা সংকলন, প্ৰসিদ্ধ জীৱনী গ্ৰন্থৰ পৰা আৰম্ভ কৰি সমালোচনাত্মক তথা গধুৰ গ্ৰন্থলৈকে সন্নিবিষ্ট কৰি প্ৰস্তুত কৰা আলোচনা সমূহ নিৰপেক্ষ ভাবে পৰিচয় জ্ঞাপক, সূক্ষ্ম বিশ্লেষণসিদ্ধ আৰু প্ৰাসংগিক সংবাদ আৰু তথ্যৰে পৰিপূৰ্ণ। পাঠকে মূল গ্ৰন্থ নপঢ়াকৈও সংশ্লিষ্ট গ্ৰন্থসমূহৰ আলোচনাত এক বিস্তৃত পৰিচয় আৰু প্ৰতিপাদ্য বিষয়ৰ সংক্ৰান্তত সম্যক জ্ঞান আহৰণ কৰাৰ প্ৰয়োজনীয় সুবিধা লাভ কৰিব। অসমীয়া সাহিত্য ভঁৰালত উত্তম জীৱনী গ্ৰন্থ আৰু সমালোচনা গ্ৰন্থ নথকা নহয়। কিন্তু সাম্প্ৰতিক কালৰ বহু উত্তম গ্ৰন্থৰ একত্ৰ পৰিচয় আৰু সমালোচনা থকা কিতাপ এতিয়ালৈকে চকুত পৰা নাই। অসমীয়া সাহিত্যৰ সাম্প্ৰতিক কালৰ ইতিহাস প্ৰস্তুতকাৰক সকলৰ বাবে ৰাম গোস্বামীৰ 'কিতাপ আৰু কিতাপ' গ্ৰন্থ খন নিঃ সন্দেহে বহু দিশৰ পৰা সহায়ক পুথি হোৱাৰ স্বাক্ষৰ বহন

কৰিছে। এনে ক্ষেত্ৰত অসমৰ বাহিৰৰ সাহিত্য ভঁৰাল দেখনীয়াৰ ভাবে চহকী। বিখ্যাত সমালোচক মেথিউ আৰ্ণল্ডৰ বিভিন্ন স্থানত প্ৰকাশিত গ্ৰন্থ সমালোচনাবোৰেৰে সংকলন কৰা 'Essays in Criticism', Essays, 'Culture and Anarchy' আদি, যশস্বী কবি সমালোচক প্ৰসিদ্ধ টি. এচ. এলিয়টে বিভিন্ন স্থানত বহু গ্ৰন্থ আৰু লেখকৰ বিষয়ে কৰা সমালোচনা বোৰৰ সংকলিত আৰু সম্পাদিত গ্ৰন্থ 'The Sacred Wood', Collected Prose of T.S. Eliot, ৱস্কাৰ ৱাইল্ডৰ ৰচিত ৰচনাৰ সংগ্ৰহ Collected Prose of Oscar Wilde আদি গ্ৰন্থবোৰ সমালোচনা সাহিত্য, সাহিত্যগ্ৰন্থ ৰূপে সৰ্বজন-সমাদৃত আৰু সাহিত্যৰ ছাত্ৰৰ নিৰ্বাচিত পাঠ্যপুঠি। ৰাম গোস্বামীৰ 'কিতাপ আৰু কিতাপ' গ্ৰন্থখন এই দিশৰ পৰাও বহু পৰিমানে সাহিত্যৰ ছাত্ৰৰ উপযোগী হোৱাৰ কৃতিত্ব নিশ্চয় বহন কৰিছে।

'ৰূপা এণ্ড কোম্পানী'য়ে বিশ্বৰ বিভিন্ন কালৰ এশখন ধ্ৰুপদী সুপ্ৰসিদ্ধ আৰু মহৎ গ্ৰন্থৰ আৰু গ্ৰন্থাকাৰৰ পৰিচয় দি একত্ৰে তাৰ সমালোচনা সংকলিত কৰিছে '100 Great Books' নামৰ ৬৪০ পৃষ্ঠাৰ ইংৰাজী গ্ৰন্থ এখনত। গ্ৰন্থখন সম্পাদনা কৰিছে জন কেনিঞ্জে। ১৯৭৪ চনত প্ৰকাশিত এই গ্ৰন্থখনৰ চাহিদাৰ বাবে এতিয়ালৈকে ৬ টাৰো অধিক সংস্কৰণ প্ৰকাশ হৈছে। অসমীয়া ভাষাত এনে গ্ৰন্থ এই পৰ্যন্ত পোৱা হোৱা নাই। কিন্তু তেনে এক প্ৰচেষ্টাৰে শুভাৰম্ভণ হৈছে ৰাম গোস্বামীয়ে প্ৰস্তুত কৰা ৯ খন সাম্প্ৰতিক কালৰ মহৎ গ্ৰন্থৰ অধ্যয়ন প্ৰসুত আলোচনাৰ সুন্দৰ এক সংকলনেৰে। গ্ৰন্থখনৰ নাম 'মন আৰু মন'- ১৯৭৬ চনত প্ৰথম প্ৰকাশ হৈছিল আৰু ২০০০ চনত এই গ্ৰন্থৰ দ্বিতীয় প্ৰকাশ হৈছে। লেখকে গ্ৰন্থখনৰ ঘোষণাত কৈছে ঃ 'A Study of Eight World Books which have a great and continuing impact on human thought and action not for a single nation, but for a major segment of the world'. বিশ্বৰ মানৱৰ মানসপটত স্থায়ী প্ৰভাৱেৰে আলোড়ন তোলা এই গ্ৰন্থত সন্নিবিষ্ট সেই গ্ৰন্থকেইখন হৈছে ঃ 'কেছেনভাৰ স্মৃতি গ্ৰন্থ' (Casanova's Memoirs), 'লেডী চাটাৰ্লিজ লাভাৰ', 'মাইন কাম্ফ' (Mein Kampf), 'এজন লিখকৰ সন্ধানত ছ'টা চৰিত্ৰ', 'দাছ কেপিটাল', 'ৰুছোৰ আত্মস্বীকাৰ', ডস্তয়ভস্কিৰ 'পাপ আৰু শাস্তি', হোমাৰৰ 'ইলিয়াদ' আৰু 'ওডিছী'।

ৰাম গোস্বামীৰ গ্ৰন্থ আলোচনাৰ তৃতীয়খন গ্ৰন্থ হৈছে বিশ্ব বিশ্ৰুত নাট্যকাৰ বাৰগৰাকীৰ নাটক আৰু তেওঁলোকৰ জীৱন-চৰ্য্যাৰ সম্পৰ্কে কৰা তথ্য সমৃদ্ধ পৰ্য্যবেক্ষণ। নাট্যকাৰ কেইগৰাকীৰ জীৱন বিশ্লেষণ 'বিশ্ৰুত নাট্যকাৰ' গ্ৰন্থখনৰ মূল উপজীব্য হ'লেও তেওঁলোকৰ কৃতিত্বৰ স্বাক্ষৰ বহন কৰা নাট কেইখনৰ আলোচনাত প্ৰসংগক্ৰমে শ্ৰীগোস্বামীৰ গ্ৰন্থত স্থান লাভ কৰিছে। এই গ্ৰন্থক সেই দিশৰ পৰা বিবেচনা

কৰিলে 'মন আৰু মন' আৰু কিতাপ আৰু কিতাপ' ৰ সহযোগী বা পৰিপূৰক গ্ৰন্থালোচনাৰ গ্ৰন্থ বুলি ধৰি ৰাম গোস্বামীৰ গ্ৰন্থালোচনা সাহিত্যৰ 'প্ৰস্থান ত্ৰয়ী' বুলি কলে নিশ্চয় ভুল কৰা নহব।

'কিতাপ আৰু কিতাপ' ত সন্নিবিষ্ট প্ৰথম তিনিখন ৰচনা তিনিখন ইংৰাজীভাষাত লিখিত সৰ্বজন বিদিত গুৰুত্বপূৰ্ণ আৰু বিতৰ্কিত গ্ৰন্থৰ প্ৰসংগত সমীক্ষা- ৰাজনৈতিক সাহিত্যৰ অন্তৰ্ভুক্ত। গ্ৰন্থ তিনিখন হৈছে ঃ এম. জে. আকবৰৰ সুবৃহৎ ৬০৯ পৃষ্ঠাৰ 'নেহৰু ঃ দ্যা মেকিং অৱ ইণ্ডিয়া', মাৰ্ক টুলী আৰু যাৰীৰ মাচানিৰ 'ফ্ৰম ৰাজ টু ৰাজীৱ', আৰু মৌলানা আবুল কালাম আজাদৰ 'ইণ্ডিয়া উইন্স ফ্ৰীডম', ৰ পূৰ্ণ পাঠ (১৯৮৮ চনত প্ৰকাশিত)। ভিন্ন ভিন্ন দৃষ্টিৰে বিতৰ্ক আৰু আলোড়ন সৃষ্টি কৰা তিনিওখন গ্ৰন্থৰ বিষয়ে নিৰপেক্ষ ভাবে এই বিতৰ্ক সমূহৰ তথ্য আৰু সংবাদ দি সুদীৰ্ঘ আলোচনাৰে অসমীয়া পাঠকক আকৰ্ষণ কৰিবলৈ শ্ৰীৰাম গোস্বামী সমৰ্থ হৈছে। নিৰপেক্ষ ৰাজনৈতিক আলোচনাৰ সাহিত্য হিছাপে এই প্ৰবন্ধ কেইটাৰ এক স্বকীয়া মূল্যৰ অস্তিত্ব অনুভৱ কৰা হয়।

আলোচ্য গ্ৰন্থখনত সন্নিবিষ্ট থকা কেইখনমান উল্লেখনীয় বিশিষ্ট অসমীয়া গ্ৰন্থ হৈছে 'এছেৰ্জে অন শংকৰদেৱ', 'প্ৰাচীন ভাৰতৰ গণৰাজ্য', 'ভৰতৰ নাট্য শাস্ত্ৰ' ৰ অসমীয়া অনুবাদ গ্ৰন্থ, 'অসমীয়া গদ্য সাহিত্যৰ গতিপথ ', গেটেৰ 'ফাউষ্ট', ৰ অসমীয়া অনুবাদ, 'সাহিত্য সংবাহন', 'মঞ্চ প্ৰতিভা', 'দেশে দেশে নানা ৰং', 'মহাৰথী', 'অসমীয়া কবিতাৰ প্ৰবাহ', 'সোঁতৰ বিপৰীতে' ইত্যাদি। তাৰ বাহিৰেও কেইখন মান উপন্যাস গ্ৰন্থ, 'অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ' আদি ভাষা গ্ৰন্থ, 'দক্ষিণ পাট সত্ৰ' আদি বিভিন্ন বিষয়ৰ গ্ৰন্থৰ আলোচনা আছে। তাৰ লগতে কেইবাখনো গ্ৰন্থ সাঙুৰি শ্ৰীগোস্বামীয়ে 'কিতাপ আৰু কিতাপ' ত 'শ্বেইক্সপীয়েৰৰ নাটক - ভাৰতত জনপ্ৰিয়তা' নামৰ আৰু 'জ্যোতি প্ৰসাদৰ শোণিত কুঁৱৰী আৰু ৰূপালীম' শীৰ্ষক দুটি চকুতলগা মৌলিক আলোচনা আগবঢ়াইছে। কিতাপখনৰ আৰম্ভণিতে শ্ৰীগোস্বামীয়ে প্ৰস্তুত কৰা 'কিতাপ পঢ়াৰ আনন্দ' ৰ এটি নাতি দীৰ্ঘ আলোচনাই গ্ৰন্থসম্পৰ্কে লেখকৰ ব্যাক্তিগত দৃষ্টিভংগী প্ৰকাশ কৰাৰ উপৰিও পাঠকক গ্ৰন্থাধ্যায়নৰ ৰসৰ সৈতে একাত্মবোধৰ সৃষ্টি কৰিবলৈ যত্ন কৰাত কিতাপ খনৰ প্ৰাসংগিকতা বৃদ্ধি হৈছে।

'কিতাপ আৰু কিতাপ' খন অধ্যযন কৰি এই কথা নিৰ্ভুল ভাবে কব পৰা যায় যে শ্ৰীগোস্বামীৰ বিস্তৃত অধ্যয়নে সমীক্ষা বোৰৰ বিশ্লেষণক এটি বহল পটভূমি প্ৰদান কৰিছে। অৱশ্যে জটিল বিশ্লেষণৰ তত্বৰে ভাৱক অস্পষ্ট আৰু ধুৱলী-কুঁৱলী কৰা নাই। সাধাৰণ পাঠকৰ পৰা বুদ্ধিদীপ্ত, চিন্তাশীল পাঠকলৈকে আকৰ্ষণ কৰিব পৰাকৈ আৰু বোধ্যতা দিব পৰাকৈ তেওঁৰ গদ্যশৈলী ব্যৱহৃত হৈছে। চুটি-চুটি বাক্যৰে নিজৰ

বক্তব্য স্পষ্ট কৰিব পৰা ক্ষমতা গ্ৰন্থ খনত সুন্দৰকৈ পৰিস্ফুট হৈছে। আলোচনাবোৰ প্ৰশস্তিমূলক নহয়, কিন্তু নেতিবাচকো নহয়। বিচাৰকৰ দৃষ্টিভংগীৰে অথবা সমালোচক ৰূপে পণ্ডিতৰ ভূমিকাত অৱতীৰ্ণ হৈ লেখকৰ দোষ ক্ৰটি বিচাৰত শ্ৰীগোস্বামী ৰত হোৱা নাই। তেওঁ এই আলোচনাবোৰত গ্ৰন্থকাৰৰ প্ৰতি সহানুভূতিশীল মনোভাৱ প্ৰদৰ্শন কৰিছে আৰু নিষ্ঠা আৰু বিচক্ষণতাৰে কম সময়ৰ ভিতৰতে অধ্যয়ন কৰি আলোচ্য গ্ৰন্থৰ তাৎপৰ্য্য সংশ্লিষ্ট বিষয়ৰ বহল পটভূমিত বিচাৰ কৰিছে।

'কিতাপ আৰু কিতাপ' খনৰ গ্ৰন্থালোচনাৰ পৰা ৰাম গোস্বামীৰ গ্ৰন্থালোচনা সম্পৰ্কত নিজস্ব দৃষ্টিভংগীৰ ধাৰণা এটা কৰিব পৰা যায়। তেওঁ পাতনিতে ('কিতাপ খনৰ প্ৰসংগ') লেখিছে ঃ

"দুখৰ কথা, অসমৰ সাহিত্য জগতত সমালোচনা প্ৰক্ৰিয়াই যিমান গুৰুত্বপূৰ্ণ স্থান পাব লাগিছিল, পোৱা নাই। আমি ভাবো, সাহিত্য প্ৰসাৰৰ লগতে সমালোচনা সাহিত্যকো সমানে বিবেচনা কৰিব লাগে, পালমৰা বিধৰ নহয়। বাতৰি কাকত, আলোচনী আদিত এনেদিশত কৰিব লগীয়া বহুতো আছে। উন্নত সমালোচনাইহে সাহিত্য বিচাৰ শক্তিশালী কৰিব।" এই কথা অত্যন্ত সঁচা বুলি আমিও ভাবো। 'সাম্প্ৰতিক কালত পুথি সমালোচনা এটা শক্তিশালী মাধ্যম'। এইদৰে তেখেতে মত প্ৰকাশ কৰি নতুন সমালোচনাই সাহিত্য কৰ্মৰ বৃদ্ধি কৰিছে বুলি ধাৰণা কৰিছে। ইংৰাজী সাহিত্যত ড্ৰাইদেন, বেকন, ছেমুৱেল জনচন, মেথিউ আৰ্ণল্ড, টি. এচ. এলিয়ট, এবাৰ ক্ৰোম্বী, উল্‌ফ আদি সুবিখ্যাত সাহিত্য সমালোচকসকলে আৰু বঙালী সাহিত্যতো সুনীতি কুমাৰ চেটাৰ্জী, সুকুমাৰ সেন, বুদ্ধদেৱ বসু, শ্ৰীকুমাৰ বন্দোপাধ্যায প্ৰভৃতিয়ে সমালোচনা সাহিত্যকো এক সৃষ্টিশীলতা দান কৰি অপূৰ্ব সাহিত্য মাধ্যম হিছাপে নিজ নিজ সাহিত্যৰ ইতিহাসত প্ৰতিষ্ঠা কৰি গৈছে। অসমীয়া সাহিত্যত ড° বাণীকান্ত কাকতিয়ে সূচনা কৰা এই সমালোচনা প্ৰক্ৰিয়াই এতিয়াও সু-সংগঠিত ৰূপত সাহিত্যিক মাধ্যমৰূপে দেখা দিয়া নাই। বিস্তাৰিতভাবে আৰু ছেগাচোৰোকাকৈ বহুতো সাহিত্যিকে বিভিন্ন গ্ৰন্থ আলোচনা বা সমালোচনা কৰিলেও ই সাহিত্যিক ধাৰাৰ এতিয়াও সৃষ্টি কৰিব পৰা নাই।

এনেক্ষেত্ৰত শ্ৰীৰাম গোস্বামীয়ে এক সুকীয়া আসন দাবী কৰিব পাৰে। বাতৰি কাকত আৰু আলোচনীত তেওঁ পুথি সমালোচনাৰ এক বিশেষ ধাৰা অসমীয়া বৌদ্ধিক জগতত সৃষ্টি কৰিবলৈ প্ৰয়াস কৰিছিল। ড° বানীকান্ত কাকতি অথবা টি. এচ. এলিয়টৰ দৰে তেওঁ সাহিত্য সমালোচনাৰ সাহিত্যিক তত্বৰে সাহিত্য গ্ৰন্থৰ আলোচনাত প্ৰবৃত্ত হোৱা নাই। তেওঁৰ গ্ৰন্থালোচনা ভিন্ন সুৰী সাহিত্য, সংস্কৃতি, সমাজ, ৰাজনীতিৰ পৰা আৰম্ভ কৰি মুভিং এগ্ৰিকালচাৰলৈকে, যিবোৰ গ্ৰন্থ তেওঁৰ টেবুললৈ আহিছে। সেয়ে

গ্ৰন্থবোৰত তেওঁৰ আলোচনাই বিশেষ তাত্বিক দিশ নলৈ অসমৰ সমাজখনত গ্ৰন্থখনৰ প্ৰাসংগিকতাই কেনে স্থান দখল কৰে বা তাৰ সম্ভাৱনা সেই দিশবোৰলৈ ধাবিত হৈছে। লগতে গ্ৰন্থখনৰ ভিতৰত থকা মূল কথাবোৰ ৰাইজৰ বা, পাঠকৰ জ্ঞাতাৰ্থে বস্তুনিষ্ঠভাবে তেওঁ দাঙি ধৰিছে। তাৰ মাজতেই তেওঁ সংশ্লিষ্ট বিষয়ৰ ওপৰত নিজৰ মতামতো ব্যক্ত কৰিছে। মন কৰিবলগীয়া কথা যে তেওঁৰ আলোচনাত ভাবাদৰ্শ বা ৰাজনৈতিক মতবাদৰ আঁচোৰ পৰা নাই আৰু তাৰ বাবে তেওঁৰ সমীক্ষা বিতৰ্কিত হোৱা নাই।

মুঠকথা, ৰাম গোস্বামীৰ 'কিতাপ আৰু কিতাপ' গ্ৰন্থখনে সংবাদ মাধ্যমত 'পুথিসমালোচনা'ৰ দিশত এক নতুন মাত্ৰা সংযোজন কৰিছে।

সমগ্ৰ মানৱৰ হৃদয়, মন, বিচাৰ বুদ্ধি আৰু আশা আকাংক্ষাক সুগভীৰ ভাবে আন্দোলিত কৰা, বিস্ময়বোধ জগাৰ পৰা আৰু চিৰকালৰ বাবে অবিস্মৰণীয় সুখ্যাতি লাভ কৰা বহু 'ক্লাছিক' গ্ৰন্থ চিৰজ্যোতিষ্মান হৈ বিশ্বৰ বিভিন্ন ভাষাত জিলিকি থকাৰ কথা পূৰ্বতে উনুকিয়াই অহা হৈছে। ৰাম গোস্বামীৰ 'মন আৰু মন' গ্ৰন্থালোচনাৰ গ্ৰন্থই তেওঁৰ সেইবোৰ গ্ৰন্থৰ অধ্যয়নৰ সমুজ্জল আভাস দাঙি ধৰিছে। লগতে এই গ্ৰন্থই অসমীয়া সাহিত্যত এখন সুকীয়া আসন দাবী কৰিবলৈ সমৰ্থ হৈছে। কিয়নো, অনেক দিশত বিতৰ্কৰ সৃষ্টি কৰা বিখ্যাত ফৰাছী লেখক ৰুছোৰ আত্মজীৱনীমূলক গ্ৰন্থ 'Confessions', হিটলাৰৰ শিহৰণকাৰী, ফেচিষ্ট সাহিত্যৰ বিবদমান গ্ৰন্থ 'Mein Kampf',সাহিত্যত শ্লীলতা-অশ্লীলতাৰ বিচাৰ বিতৰ্কৰ জৰিয়তে আলোড়িত কৰা ডি. এইচ. লৰেন্সৰ Lady Chatterley's Lover উপন্যাস গ্ৰন্থ আদিৰ বিস্তৃত পৰিচয়, প্ৰয়োজনীয় সংবাদ আৰু আলোচনা আদি অসমীয়া ভাষাত পাবলৈ নাই, গ্ৰন্থ কেইখনৰ অসমীয়া অনুবাদটো দূৰৰে কথা। 'মন আৰু মন' ত সন্নিবিষ্ট এইবোৰৰ সুদীৰ্ঘ আলোচনাই অসমীয়া পাঠকক বিভিন্ন দিশৰ পৰা প্ৰভূত ভাবে উপকৃত কৰিব বুলি মোৰ বিশ্বাস। সেইদৰে, লুইজী পিৰাণ্ডেলোৰ 'এজন লিখকৰ সন্ধানত ছ'টা চৰিত্ৰ' (Six characters in search of an Author) নাটক, কাৰ্লমাৰ্ক্সৰ Das Capital সমাজ-দৰ্শন গ্ৰন্থ, দস্তয়ভস্কিৰ Crime and Punishment উপন্যাস অথবা হোমাৰৰ The Iliad আৰু The Odysey মহাকাব্য সম্বন্ধে অসমীয়া সাধাৰণ পাঠকৰ পৰিচয় থাকিলেও এই কীৰ্তিস্তম্ভ সমূহৰ সৃষ্টিকৰ্তা, সৃষ্টিৰ পটভূমি, ৰচনাৰ তাৎপৰ্য্য আৰু সুদীৰ্ঘ পৰিচয়ৰ ক্ষেত্ৰত বিস্তৃত আলোচনা অসমীয়া সাহিত্যত অত্যন্ত সীমিত আৰু সুলভভাবে পোৱা নাযায়। ৰাম গোস্বামীৰ উল্লেখিত ৯ খন বিশ্বগ্ৰন্থৰ সুদীৰ্ঘ তথ্য ব্যৱহাৰিক আৰু প্ৰয়োজনীয় দিশৰ অভাৱ পূৰণ কৰিছে। 'মন আৰু মন' এ অন্য অসমীয়া লেখকক সদৃশ উদ্দেশ্যত এই দিশত অধিক অৱদান আগবঢ়াবলৈ নিঃ সন্দেহে অনুপ্ৰেৰণা যোগাব।

'মন আৰু মন' ৰ ভাষাত 'কিতাপ আৰু কিতাপ' ৰ দৰে সহজ বোধ্য, প্ৰাঞ্জল আৰু তাত্বিক জটিলতা বিহীন। বক্তব্য স্পষ্ট আৰু সৰল যদিও চিন্তাৰ গভীৰতা সম্পূৰ্ণবাবে বিৰাজমান।

উদাহৰণ স্বৰূপে, (১) 'জীৱনত যেনেকৈ সৌন্দৰ্য্য আছে, কদৰ্য্যতা আছে, ভাল-বেয়া আছে, সাহিত্যতো তেনেকৈয়ে ৰুচিবোধৰো বিভিন্নতা আছে। সাহিত্যত শ্লীলতা অশ্লীলতা সম্পৰ্কে যুগ যুগ ধৰি বাদানুবাদ চলি আহিছে। ..........বিশ্ববিখ্যাত প্ৰায়বিলাক গ্ৰন্থতে যৌন আবেদন গৌণ নহয়। সৃষ্টিৰ অবিচ্ছেদ্য অংগ ৰূপে যদি 'চেক্স'ৰ মূল্য আছে, তেন্তে প্ৰকৃত সাহিত্য সৃষ্টিত চেক্সৰ অৱতাৰণা নিন্দনীয় হব নোৱাৰে। পুণ্যৰ বিচাৰ কৰোতে পাপৰ, ভালৰ বিচাৰ কৰোতে বেয়াৰ, ধৰ্মৰ আলোচনা কৰোতে অধৰ্মৰ, সৎ চিন্তাৰ বিশ্লেষণ কৰোতে অসৎ চিন্তাৰ অৱতাৰণা যেনেকৈ অযুক্তিকৰ বুলি কব নোৱাৰি, সেইদৰে জীৱনৰ বাস্তৱ ৰূপ এৰি অকল কল্পনাতে সাহিত্যৰ বিচাৰ হব নোৱাৰে।....... ..' (পৃ. ১-২)

(২) 'লেডী চাটাৰ্লিজ লাভাৰ' গ্ৰন্থ আলোচনা কৰোতে তেওঁ চৰিত্ৰৰ বিশ্লেষণত মতামত দিছে এনেধৰণে ঃ " মেলৰচৰ চৰিত্ৰ উদ্দেশ্যধৰ্মী। কনিৰ চৰিত্ৰ গৌণ। মুখ্য চৰিত্ৰ মেলৰচৰ পৰিপূৰ্ণতাৰ বাবে কণিৰ অৱতাৰণা আৱশ্যক হৈছিল। মেলৰচৰ চৰিত্ৰৰ যোগেদি তথাকথিত ভদ্ৰসমাজৰ ভাঙনমুখী ৰূপটো দাঙি ধৰিবলৈ লৰেন্সে যত্ন কৰিছিল। ...... লেডী চাটাৰ্লিৰ প্ৰেমিক ৰূপে মেলৰচে যেতিয়া আত্মীয়তা লাভ কৰিলে, তেতিয়া তেওঁ উপলব্ধি কৰিলে জীৱনৰ যৌৱন কাল কি মধুৰ! এই যৌৱনৰ বাবেই প্ৰেম। লৰেন্সে সেইখিনিতে যৌন আবেদনৰ ইংগিত দিছে।.........." (পৃ. ৩২)

এনে ধৰণে গ্ৰন্থসমূহৰ বিষয় আলোচনাত আৰু চৰিত্ৰৰ কথনত লেখকে নিজৰ অভিমতো প্ৰদান কৰি গৈছে আৰু নিজৰ বক্তব্যত চিন্তাৰো উদ্বেক কৰি গৈছে।

ৰাম গোস্বামীৰ সাহিত্যিক বা কাব্যিক ধাৰণাত আধুনিক মনোবৃত্তি, ঔদাৰ্য্য আৰু সামাজিক দায়বদ্ধতাৰ প্ৰভাব আছে আৰু আলোচনা সমূহৰ বক্তব্যই সেই ধাৰণা দৃঢ়ীভূত কৰিছে। 'সাহিত্য জীৱনৰ প্ৰতিফলন। মানুহক সম্পূৰ্ণ কৰি আঁকিবলৈ কৰা চেষ্টাৰ কাৰণে লিখকে অন্তঃস্থল বিচাৰি অনেক দূৰলৈ যাব লগাত পৰে। অৱশ্যে সাহিত্যত ব্যভিচাৰ কোনেও কামনা নকৰে। লিখকসকলৰ নৈতিক দায়িত্বৰ বুজা পৰাৰ ওপৰতে, সমাজৰ প্ৰতি থকা কৰ্ত্তব্যৰ ভিত্তিতে শক্তিবান সাহিত্য সৃষ্টি হোৱাটো সকলোৱে বাঞ্ছা কৰে। এনে সাহিত্যৰ যোগেদি সমাজৰ মানদণ্ড ওখ স্থানলৈ যাব পাৰে।' (পৃ. ২)

গ্ৰন্থপ্ৰেমী ৰাম গোস্বামীয়ে গ্ৰন্থৰ প্ৰয়োজনীয়তা আৰু গ্ৰন্থৰ ভূমিকা সম্পৰ্কে অতি

উচ্চ ধাৰণা পোষণ কৰা দেখা যায়।

'কিতাপ পঢ়াৰ আনন্দত' তেওঁ কৈছে ঃ

"আৰু এটা কথা মনত ৰখা দৰ্কাৰ। ৰেডিঅ' আৰু টেলিভিছন কিতাপৰ বিকল্প নহয়। কিতাপৰ ক্ষুধা জানো এইবোৰ মাধ্যমে পূৰাব পাৰিব ?" ('কিতাপ আৰু কিতাপ' পৃ. ৪ )

তেওঁ আকৌ কৈছে ঃ

"গ্ৰন্থ এবিধ প্ৰাণহীন নিষ্ক্ৰিয় অসাৰ পদাৰ্থ বুলি যিসকলে বিবেচনা কৰে, গ্ৰন্থ লেখকক যিসকলে যোগ্যভোগ্য ভৌতিক পৃথিৱীৰ আঁতৰত বাস কৰা এবিধ নিৰাপদ প্ৰাণী বুলি বিদ্ৰুপ কৰে, সেই সকল সমালোচকে মানৱ বুৰঞ্জীৰ ঘটনা সমূহলৈ ভালকৈ চকু ফুৰালে তেওঁলোকৰ এই ভ্ৰান্তিমূলক ধাৰণা দূৰ হবলৈ সৰহ সময় নালাগে। গ্ৰন্থ সজীৱ, প্ৰাণৱন্ত মানৱ দৰ্পন। ইয়াৰ শক্তি অপৰাজেয়।" ( মাইন কাম্ফ ঃ 'মন আৰু মন', পৃ ৪১)

গ্ৰন্থত চৰকাৰী নিযন্ত্ৰণৰ বিৰুদ্ধে ইংৰাজ কবি মিল্টনে সপ্তদশ শতিকাতেই এযাৰি বাক্য ঘোষণা কৰি গৈছিল তেওঁৰ গদ্যগ্ৰন্থ 'এৰিওপেজিটিকা'ত। "এজন মানুহক বধ কৰা মানে এটা বিচাৰ বুদ্ধিশীল জীৱক বধ কৰা, যি ঈশ্বৰৰ এক প্ৰতিমূৰ্তি। কিন্তু এখন উত্তম গ্ৰন্থ বিনাশ কৰা মানে বিচাৰ শক্তিকেই বিনাশ কৰা হয়, যি ঈশ্বৰৰ এই প্ৰতিমূৰ্ত্তিৰ নয়নমনি। বহুত মানুহে সংসাৰখন ভাৰগ্ৰস্ত কৰে, কিন্তু এখন সৎগ্ৰন্থ এগৰাকী মহান মনীষীৰ প্ৰাণ ৰক্ত, যাক জীৱনাতীত জীৱনৰ উদ্দেশ্যৰ বাবে যুগন্ধ প্ৰলেপনৰ সুবাসেৰে সজীৱিত কৰি ৰখা হয়।"

(Who kills a man kills a reasonable creature, God's image ; but he who destroys a good book, kills reason itself, kills the image of God as it were in the eye. Many a man lives a burden to the earth, but a good book is the precious life- blood of a master spirit, em- balmed and treasured up on purpose to a life beyond life. - Areopagitica, 6.)

ৰাম গোস্বামীৰ গ্ৰন্থপ্ৰেমৰ তীব্ৰতাই প্ৰতিষ্ঠান বিদ্ৰোহী কবি মিল্টনৰ গ্ৰন্থৰ প্ৰতি ঘোষণা কৰা এই মহৎ আস্থাকেই প্ৰতিধ্বনিত কৰে।

গ্ৰন্থ আৰু গ্ৰন্থাকাৰৰ বিষয়ে আলোচনা সন্নিবিষ্ট হোৱা ৰাম গোস্বামীৰ তৃতীয়খন গ্ৰন্থ 'বিশ্ব বিশ্ৰুত নাট্যকাৰ' (প্ৰকাশ ১৯৯১) ত "বিশ্ব মঞ্চৰ প্ৰসিদ্ধ নাট্যকাৰ হেনৰিক ইবচেন, অগাষ্ট ষ্ট্ৰীণ্ডবাৰ্গ, আন্তন চেখভ, লুইজী পিৰাণ্ডেলো, বাৰ্টোল্ট ব্ৰেখট, আৰ্থাৰ

মিলাৰ, চেমুৱেল বেকেট, টেনেছি ৱিলিয়ামছ, জন অচবৰ্ন, হেৰল্ড পিন্টাৰ, সংস্কৃত নাট্যকাৰ ভাস আৰু চাৰ্লি চেপলিনে যি বিস্ময়পূৰ্ণ অৱদান আগবঢ়াইছে” আৰু তেওঁলোকৰ কালজয়ী ৰচনা সম্ভাৰে কেনেকৈ পৃথিবীব্যাপি সমাদৰ লাভ কৰিছে আৰু নাট্যৰসিক সকলক অনুপ্ৰেৰণা যোগাইছে তাকো বৰ্ণনা কৰা হৈছে।”

ৰাম গোস্বামী অসমৰ নাট্যশিল্পৰ সৈতে একান্তভাৱে জড়িত ; সত্ৰীয়া সংস্কৃতিৰো এগৰাকী পাৰদৰ্শী শিল্পীৰূপে অভিজ্ঞতা লব্ধ হোৱাত আৰু স্বাভাৱিকতেই নাট্যকলা আৰু নাট্য সাহিত্যৰ সৈতে সুদীৰ্ঘ কাল বিশেষ ভাৱে পৰিচিত হোৱাত তেওঁৰ সৃষ্টি কৰ্ম মূলতঃ নাট্য সাহিত্যৰ দিশত ঢাল লয়। টেনেছি উইলিয়ামছৰ প্ৰখ্যাত নাট ‘গ্লাছ মিনেজেৰিৰ’ ৰূপান্তৰেৰে অসমীয়া ‘পলাশৰ ৰং’ ৰচনা কৰি সুখ্যাতি অৰ্জ্জা আৰু অতি মূল্যৱান অসমৰ লোকনাট্য কলাৰ বিষয়ে সমীক্ষাত্মক, তথ্যসমৃদ্ধ গ্ৰন্থ ‘অসমৰ লোকনাট্য’ (১৯৯১) গ্ৰন্থ ৰচনা কৰি অসমৰ লোককলালৈ অৱদান আগবঢ়োৱা অভিনেতা শিল্পী ৰাম গোস্বামীৰ বিশ্ব বিশ্ৰুত নাট্যকাৰ কেইজনৰ বিষয় প্ৰসংগত আগবঢ়োৱা সমীক্ষা আৰু তথ্যপূৰ্ণ সংবাদ যথাৰ্থতে চমকপ্ৰদ আৰু বিস্তৃত অধ্যয়ন পুষ্ট। হেনৰিক ইবচেন, চেখভ, পিৰাণ্ডেলো, বাৰ্টোল্ট ব্ৰেখ্‌ট, চেমুৱেল বেকেট আদিৰ আৰু তেওঁলোকৰ নাটক সম্পৰ্কে অসমীয়া সাহিত্যত কম বেছি পৰিমাণে আলোচনা আৰু চৰ্চা সাম্প্ৰতিক কালত হৈছে। দৰ্শক পাঠকো সাধাৰণ বাবে পৰিচিত। কিন্তু ষ্ট্ৰীণ্ডবাৰ্গ, আৰ্থাৰ মিলাৰ, অচবৰ্ন, পিন্টাৰ, সংস্কৃত সাহিত্যৰ ভাৰতীয় নাট্যকাৰ ভাস আৰু অভিনেতা চালিচেপলিন সম্পৰ্কে অসমীয়া ভাষাত বিশেষ আৰু বিস্তৃত আলোচনা হোৱা নাই বুলিয়ে ধৰিব পৰা যায়। ষ্ট্ৰীণ্ডবাৰ্গৰ বিখ্যাত দুখন নাট ‘মিচজুলি’ আৰু ‘দ্যা ফাডাৰ’ নাট দুখনৰ বিস্তৃত পৰিচয় দান কৰি শ্ৰীগোস্বামীয়ে এই গ্ৰন্থত আলোচনা কৰিছে। জন অচবৰ্নৰ বিখ্যাত সামাজিক সমস্যা থকা, নতুন প্ৰজন্মৰ বাবে তাৎপৰ্য্যপূৰ্ণ নাট ‘লুক বেক ইন এংগাৰ’ কে ধৰি প্ৰতিজন নাট্যকাৰৰে প্ৰসিদ্ধ নাট্যগ্ৰন্থ কেইখনৰ আলোচনা সকলো নাট্যানুৰাগী সাহিত্যিক আৰু ছাত্ৰৰ বাবে অপৰিহাৰ্য্য অধ্যয়নৰ সম্পদ হৈছে বুলি কব লাগিব। বিশ্বত আৰু ভাৰততো সুপৰিচিত জাৰ্মান নাট্যকাৰ বাৰ্টোল্ট ব্ৰেখটৰ নাটকৰ আলোচনা এই গ্ৰন্থত সুবিস্তৃত আৰু অধিক তথ্য সম্বলিত। থোৰতে কবলৈ গলে, ‘বিশ্ব বিশ্ৰুত নাট্যকাৰ’ ত বিশ্বৰ আলোড়নকাৰী কেইবাখনো নাটকৰ পাণ্ডিত্যপূৰ্ণ বিষয়ৰ আলোচনা অতি সহজভাৱে তেওঁৰ সুকীয়া সহজবোধ্য ষ্টাইলৰ মাজেদি দাঙি ধৰাৰ উপৰিও এই গ্ৰন্থত পৰ্য্যায় ক্ৰমে আৰু প্ৰাসংগিকভাৱে বিশ্বৰ নাট্যধাৰাসমূহৰ বিশ্লেষণ আৰু ব্যাখ্যাও সন্নিবিষ্ট হৈছে। নাট্য সাহিত্য, নাট্যকাৰ আৰু নাট্য আন্দোলনৰ অধ্যয়নৰ বাবে ‘বিশ্ব বিশ্ৰুত নাট্যকাৰ আৰু নাট্য আন্দোলনৰ অধ্যয়নৰ বাবে ‘বিশ্ব বিশ্ৰুত নাট্যকাৰ’ গ্ৰন্থখন নিঃসন্দেহে অসমীয়া সাহিত্যৰ ভঁৰালত অতি প্ৰয়োজনীয় আৰু মূল্যবান সংযোজন। সাহিত্যৰ

ছাত্ৰৰ বাবে অৱশ্যে পঠনীয় গ্ৰন্থ।

আমি আলোচনা কৰা উল্লেখিত এই তিনিখন গ্ৰন্থৰ ভিতৰতে প্ৰায় শত গ্ৰন্থৰ আলোচনা বা সমীক্ষা ৰাম গোস্বামীয়ে সম্পন্ন কৰা দেখিবলৈ পোৱা যায়। তদুপৰি তেওঁৰ বহু গ্ৰন্থৰ সমীক্ষা এতিয়াও বাতৰিকাকত আৰু আলোচনী সমূহৰ 'পুথি সমালোচনা' শিতানত সিঁচৰিত হৈ আছে। এই বোৰৰ সংখ্যা ধৰিব পৰা নাই যদিও সেইবোৰেৰে নিশ্চয় আৰু এখন বৃহদাকাৰৰ গ্ৰন্থ (অধিকো হব পাৰে) সংকলন হব পাৰে। গ্ৰন্থালোচনা বা সমীক্ষাৰ ক্ষেত্ৰত গভীৰ অধ্যয়নৰ প্ৰয়োজন হয়; সূক্ষ্ম পৰ্য্যবেক্ষণ আৰু চিন্তাৰ বিশালতাও সমীক্ষকৰ বাবে অপৰিহাৰ্য্য। তদুপৰি আলোচ্য গ্ৰন্থৰ সম্পূৰ্ণ অধ্যয়ন হবই লাগিব। নিষ্ঠা, একাগ্ৰতা, মনোনিবেশ, এই গুণবোৰেও সমালোচকৰ সাহিত্য ৰসোপলাদ্ধিক সমৃদ্ধ কৰিব লাগিব। সেয়ে সমালোচক গৰাকীও প্ৰকৃততে সৃষ্টিশীল সাহিত্যিক। সাহিত্য সমালোচনাও এক সৃষ্টিশীল কলা-মাধ্যম। ৰাম গোস্বামীয়ে এই গুণ অতি দক্ষতাৰে লাভ কৰিবলৈ সমৰ্থ হৈছে আৰু গ্ৰন্থ সমীক্ষাৰ ক্ষেত্ৰত অসমীয়া সাহিত্যত তেওঁ এতিয়াও অপূৰণীয় স্থান অধিকাৰ কৰি আছে। অসংকলিত গ্ৰন্থ আলোচনা বোৰ বাদ দিও তেওঁৰ 'কিতাপ আৰু কিতাপ', 'মন আৰু মন' আৰু 'বিশ্ব বিশ্ৰুত নাট্যকাৰ' এই গ্ৰন্থ কেইখনে উল্লেখিত উক্তিৰ যথাৰ্থতা প্ৰমাণ কৰে। অধ্যয়নৰ বিস্তৃতিৰ অসাধাৰণ পৰিসৰৰো তেওঁৰ উল্লেখিত গ্ৰন্থ বোৰেই স্বাক্ষৰ বহন কৰিছে।

তেওঁৰ সৃষ্টিশীল কলম এই বয়সতো স্তব্ধ হোৱা নাই। অধিক কালজয়ী সৃষ্টিৰে অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰিবলৈ আৰু নতুন প্ৰজন্মক গ্ৰন্থপ্ৰেমৰ প্ৰবল বন্যা সৃষ্টিৰ বাবে অনুপ্ৰাণিত কৰিবলৈ ভগৱানে শ্ৰীৰাম গোস্বামীক শক্তি আৰু সমৃদ্ধি প্ৰদান কৰক।

# নাটক, বাস্তৱ আৰু ব্যক্তি

## প্ৰদীপ আচাৰ্য

এইবাৰৰ গ্ৰন্থমেলাত পোৱা আৱশ্যকীয় পুথিৰ অন্যতম ৰাম গোস্বামীৰ 'বিশ্ববিশ্ৰুত নাট্যকাৰ'। আৱশ্যকীয অন্ততঃ দুটা দিশত ঃ বিদ্যায়তনিক দিশত বা শিক্ষাসদী দিশত ছাত্ৰ-ছাত্ৰীৰ কাৰণে আৰু কলামোদী ৰাইজৰ কাৰণে মনোৰঞ্জন সমৃদ্ধ কৰাৰ দিশত। নাট আৰু নাট্যজগতৰ সৈতে আজীৱন জড়িত প্ৰবীণ শিল্পী আৰু স্ৰষ্টা ৰাম গোস্বামীৰ হাতত কিতাপখন নৈৰ্ব্যক্তিক খবৰৰ তালিকা হৈ নেথাকি মহান স্ৰষ্টা আৰু তেওঁলোকৰ সৃষ্টিৰ প্ৰতি আৱেগ উজ্বল প্ৰতিক্ৰিয়াৰে সুচল হৈ পৰিছে। কিতাপখনৰ নামৰ পৰাই স্পষ্ট যে লিখকৰ গুৰুত্ব নাট্যকাৰৰ ওপৰত আৰু তেওঁৰ বিশ্বাস-অবিশ্বাস, জীৱনৰ অভিজ্ঞতাই কেনেকৈ তেওঁৰ নাটসমূহক প্ৰভাৱিত বা সঞ্চালিত কৰিছে তাকে ফঁহিয়াই চোৱাৰ সাৰ্থক প্ৰচেষ্টা আমি কিতাপখনত পাওঁ। এনে ধৰণৰ স্ৰষ্টানিৰ্ভৰ আলোচনাৰ বহু ইতিবাচক দিশ আছে যদিও আধুনিক বহু সমালোচকে নাটকৰ পৰা নাট্যকাৰৰ অনুপস্থিতিৰ ওপৰতে গুৰুত্ব দিয়া দেখা যায়। যদিও আয়'নেস্কই কৈছিল যে নাটৰ মূল উপাদান সমাজৰ মানুহ নহয় মৰণশীল মানুহজনহে, তথাপি আমি ক'ব লাগিব যে মৰণশীল মানুহজনো সমাজতে থাকে, ডাঙৰ হয় আৰু মৰে। গতিকে সমাজৰ পৰিপ্ৰেক্ষিতত নাট্যকৰ্মক চোৱাৰ সকলো যুক্তিয়েই আছে।

যি কি নহওক, সমাজ আৰু বাস্তৱক লৈয়েই যেতিয়া নাটকৰ জীৱন, বাস্তৱৰ সমগ্ৰতাক, জীৱনৰ বহুমুখিতাক প্ৰকাশ কৰিব পৰা একমাত্ৰ নাট্যকাৰ উইলিয়াম শ্বেইক্সপীয়েৰৰ জীৱন বা সৃষ্টিৰ কথা কিতাপখনত থকাটো দৰকাৰ আছিল। শ্বেইক্সপীয়েৰৰ বিষয়ে গোস্বামীয়ে অৱশ্যে তেওঁৰ কিতাপ আৰু কিতাপ গ্ৰন্থখনত বহল আলোচনা কৰিছে।

লিখকে নিজৰ পৰ্যালোচনাৰ ৰীতি অনুযায়ী বাস্তৱৰ প্ৰতি বিভিন্ন প্ৰতিক্ৰিয়া দেখুৱাবলৈ যত্ন কৰিছে পৃথিৱীৰ নামী আৰু তাৎপৰ্যপূৰ্ণ নাট আৰু নাট্যকাৰৰ বিষয়ে আলোচনা কৰি। সমাজৰ সমালোচনা আৰু প্ৰতিফলনৰ ক্ষেত্ৰত স্মৰণীয় নাম বাৰ্টল্ট ব্ৰেখ্‌ট আৰু লিখকে তেওঁৰ কৃতি সম্বন্ধে বিশেষভাৱেই আলোচনা কৰিছে।

তথ্য আৰু কাব্য একেলগে সংযোগ কৰাৰ অদ্ভুত ক্ষমতা আছিল ব্ৰেখ্‌টৰ। তাৰ লগতে সুন্দৰ সংগীতেৰে ব্ৰেখ্‌টৰ 'থ্ৰীপেনী অপেৰা' একেৰাহে (পৃঃ ১০১) চাৰিশ

ৰাতি চলি মানুহক আচৰিতভাৱে মুগ্ধ কৰিছিল। বুৰ্জোৱা আইন - কানুনৰ কঠোৰ সমালোচনাত ব্ৰতী ব্ৰেখ্‌ট ৰ নাটক বিচাৰ দৃশ্যৰ প্ৰাধান্যৰ কথাও লিখকে উনুকিয়াইছে। এৰিষ্টটলীয় নাটকৰ তথ্যক প্ৰত্যাখ্যান কৰি ব্ৰেখ্‌টে 'এপিক থিয়েটাৰ' আৰম্ভ কৰিছিল যি কিছুদূৰ আমাৰ অংকীয়া নাটৰ লগত মিলে। 'suspension' তকে ব্ৰেখ্‌টে 'cultivation of disbelief' ত হে জোৰ দিছিল। লিখকৰ ভাষাত, প্ৰকৃততে এপিক থিয়েটাৰ ব্ৰেখ্‌টৰ সত্য অন্বেষণৰ উজ্বল আৱিস্কাৰ।

কিতাপখনৰ আন এটা গুৰুত্বপূৰ্ণ দিশ হ'ল নাট্যকাৰসকলৰ (পৃঃ ১০১) নিজ সৃষ্টিৰ সম্বন্ধে কৰা মন্তব্য বা আলোচনাৰ অৱতাৰণা। ব্ৰেখ্‌টৰ নিজা কথা থকাৰ দৰেই কিতাপখনত আন কেইবাজনো নাট্যকাৰৰ বিভিন্ন মন্তব্য বা আলোচনা দাঙি ধৰা হৈছে। কেৱল ব্ৰেখ্‌টৰ বিষয়েই তিনিটা সুচিন্তিত প্ৰবন্ধ আছে কিতাপখনত আৰু ব্ৰেখটৰ সৃষ্টিৰ যাৱতীয় দিশ ইয়াত সামৰি লোৱা হৈছে। ঠাই অনুপাতে ষাঠিৰ দশকৰ প্ৰসিদ্ধ ইংৰাজ নাট্যকাৰ হেৰল্ড পিণ্টাৰৰ বিষয়ে চমু লিখনীটোত নাট্যকাৰজনৰ সৃষ্টিতকৈ তেওঁৰ জীৱনৰ ওপৰতহে বেছি আলোকপাত কৰা দেশা গ'ল। চেখভ, পিৰাণ্ডেলো আৰু ষ্ট্ৰীণ্ডবাৰ্গৰ বিষয়ে কিন্তু লিখকে বহু গুৰুত্বপূৰ্ণ তথ্য দাঙি ধৰিছে। পিণ্টাৰৰ সমসাময়িক নাট্যকাৰ অছবৰ্ণৰ 'লুক বেক ইন এঙ্গাৰ' নাটকৰ আলোচনা বহল আৰু তথ্যসমৃদ্ধ হোৱা বুলি ক'ব লাগিব।

নৰবেৰ বিশ্ববিশ্ৰুত নাট্যকাৰ ইবচেনৰ প্ৰথম কাব্য-নাট কেটিলিনাৰ পৰা শেষ সৃষ্টি 'হোৱেন উই ডেড এবেকেন'লৈকে গোস্বামীয়ে তথ্যসমৃদ্ধ এক আলোচনাত এই মহান নাট্যকাৰজনৰ উত্তৰণৰ পৰিক্ৰমা প্ৰোজ্জ্বলভাৱে দেখুৱাবলৈ সমৰ্থ হৈছে। তেওঁৰ জীৱন খুটি নাটি ঘটনাই কেনেকৈ তেওঁৰ বিকাশত সহায় বা অন্তৰায় হৈছিল তাক দেখুওৱাৰ উপৰিও 'এ ডলচ্ হাউচ', 'দি ওৱাইল্ড ডাক' আদি দিশৰ আলোচনা কৰিছে। বাকী নাটখিনিৰ সমানেই সাৰ্থক নোহোৱা 'জন গ্ৰেব্ৰিয়েল বৰ্কমেন' আৰু হেডা গেবল'ৰ নাটকৰ ত্ৰুটিখিনিও আঙুলিয়াই দেখুৱাইছে।

'ইবচেনৰ জন গ্ৰেব্ৰিয়েল ৱৰ্কমেন'ত থকা নায়ক-নায়িকাবোৰ কিছুমান অস্পষ্ট প্ৰতিবিম্ব, যিবোৰ ধুৰলি-কুঁৰলি আত্মপ্ৰকাশত নাটকৰ পৰিবেশ গধুৰ হ'বলৈ সুবিধা নেপালে। পৃঃ ৩৪

হেডাৰ প্ৰতি যে কাৰো সমবেদনা নোপজে সেই কথা চৰিত্ৰটোৰ নিষ্ঠুৰ দিশটোৱে প্ৰমাণ কৰে। নাটকত কোনো আত্মশুদ্ধিৰ সচেতন দৃষ্টি নাই। এইখন ট্ৰেজেদীৰ শাৰীতো নপৰিল। পৃঃ ৩১

উত্তৰণৰ পথ পৰ্যালোচনা কৰোঁতে গোস্বামীয়ে ধাৰাবাহিকতা সম্বন্ধে ইবচেনে নিজে কোৱা কথা খিনি সন্নিবিষ্ট কৰি কৈছে ঃ

ইবচেনে তেওঁৰ পঢুৱৈসকলক কৈছিল যে, তেওঁলোকে তেওঁৰ সমগ্ৰ ৰচনা ক্ৰম অনুযায়ী এখনৰ পিছত আনখন পঢ়িলেহে ইবচেনক হৃদয়ঙ্গম কৰিব পাৰিব। কাৰণ, নাটসমূহত এটা ধাৰাবাহিকতাৰ ৰক্ষা কৰা হৈছে। এই ধাৰাবাহিকতাৰ মাজতে নাট্যকাৰজনৰ মানৱীয়বোধ আৰু ভবিষ্যৎ সম্বন্ধে সাৱধানবাণী আচ্ছাদিত হৈ আছে। পৃঃ ৩৭

নিজৰ জীৱনত হোৱা অশান্তিকৰ আৰু অপ্ৰিয় নাৰীঘটিত বহু অভিজ্ঞতাৰ কাৰণেই হয়তো ষ্ট্ৰীণ্ডবাৰ্গ কিছুদূৰ নাৰী বিদ্বেষী হৈ উঠিছিল বুলি কৈ লিখকে 'দা ফাডাৰ' নাটকখনৰ উদাহৰণ দাঙি ধৰিছে। প্ৰকৃতি-বাস্তৱবাদৰ এজন মুখ্য হোতা ষ্ট্ৰীণ্ডবাৰ্গে এই ধাৰাৰ নাটসমূহত দেখুৱালে যে তেওঁৰ সৃষ্ট চৰিত্ৰ সমূহ বংশ আৰু পাৰিপাৰ্শ্বিক অৱস্থাইহে নিৰ্ণয় কৰিছে (পৃঃ ৪১)। এওঁৰ ৰীতিৰ সৈতে ফৰাচী ঔপন্যাসিক গুষ্টাভ ফ্লবেয়ৰৰ সাদৃশ্যৰ প্ৰতিও গোস্বামীয়ে পাঠকক সোঁৱৰাই দিছে। এই ধাৰাৰ উপৰি তেওঁৰ নাটত অভিব্যঞ্জনাবাদৰ প্ৰভাৱৰ কথা কৈ 'দা ড্ৰামপ্লে' আৰু 'দা গষ্ট চনাটা' নাটকৰ উদাহৰণেৰে তাক সাব্যস্ত কৰিছে। তেওঁৰ লেখত ল'বলগীয়া সৃষ্টিৰ কথা কওঁতে যুক্তিযুক্তভাৱেই 'মিচ জুলি' নাটকখনলৈ আঙুলিয়াইছে। নাটকখনৰ গতি সাৱলীল আৰু সকলোৱে হৃদয়ঙ্গম কৰিব পৰা বিষয়বস্তুৰ কাৰণে এই নাটকক ষ্ট্ৰীণ্ডবাৰ্গৰ নিজৰ নাট সম্বন্ধে কৰা চিন্তা-চৰ্চাৰ নিদৰ্শন বুলিব পাৰি কিয়নো ষ্ট্ৰীণ্ডবাৰ্গৰ বাবে 'নাটক এখন সচিত্ৰ বাইবেল (Biblia paupenum) স্বৰূপ (পৃঃ ৪৩)' এই নাটকখনৰ বৈশিষ্ট্যসমূহ আলোচনা কৰোতে ষ্ট্ৰীণ্ডবাৰ্গে ব্যৱহাৰ কৰা তিনিটা কলা পদ্ধতিৰ কথা লিখকে কৈছে ঃ

সেইকেইটা হৈছে স্বগতোক্তি, মূক অভিনয় আৰু বেলে। প্ৰাচীন গ্ৰীক থিয়েটাৰৰ পৰম্পৰা এই নাটকীয় কালত লক্ষ্য কৰিব পাৰি।

এনে আলোচনাতেই সীমিত নেথাকি আলোকসম্পাত আদি মঞ্চৰ গুৰুত্বপূৰ্ণ দিশৰ কথাও সুঁৱৰি গোস্বামীয়ে ষ্ট্ৰীণ্ডবাৰ্গে যে পাৰ্শ্বৰক্ষিত আলোকসম্পাতৰ (sidelight through the use of reflectors) পোষকতা কৰিছিল সেই কথাও আলোচনা কৰিছে। নিজে মঞ্চৰ সৈতে ওতপ্ৰোতভাৱে জড়িত কাৰণেহে এনে বিধৰ সাধাৰণতে সমালোচনাৰ ক্ষেত্ৰত উপেক্ষিত হোৱা কিছু দিশৰ ওপৰত লিখকে আৱশ্যকীয় আলোকপাত কৰিব পাৰিছে। ষ্ট্ৰীণ্ডবাৰ্গৰ ১৯০৯ চনৰ বিশ্লেষণাত্মক প্ৰবন্ধ 'An open letter to the Intimate Theatre' ৰ উল্লেখ কৰি লিখকে কৌতুহলীজনৰ বাবে দৰকাৰী খবৰ দিছে আৰু পৰীক্ষামূলক নাট্যধাৰাৰ বিষয়ে এই প্ৰবন্ধত থকা দুই-এক গুৰুত্বপূৰ্ণ কথাৰ অৱতাৰণা কৰিছে।

ৰুছ নাট্যকাৰ আণ্টেন চেখভৰ জীৱন, ক্ৰমবিকাশ, সাহিত্যৰ প্ৰতি অনুৰাগ আদিৰ

বিষয়ে প্ৰয়োজনীয় তথ্য দাঙি ধৰাৰ পিছত তেওঁৰ প্ৰথম চালুকীয়া সৃষ্টিসমূহৰ পৰা অধিক সাৰ্থক আৰু জনপ্ৰিয় 'দা থ্ৰি চিষ্টাৰ্চ' আৰু 'দা চেৰী অৰ্চাৰ্ড'লৈকে বিস্তৃত আলোচনা আগবঢ়াইছে। আলোচনা প্ৰসঙ্গত লিখকে কৈছে ঃ

— ৰীতি হৈছে পৰোক্ষ নাট্যক্ৰিয়া। সকলো যুগৰ শিল্পী সকলে সমানে সৃষ্টি কৰি যোৱা শিল্প সম্ভাৰৰ পৰা উৎকৃষ্ট সমল বুটলি আনি সেইবোৰ বৈজ্ঞানিক দৃষ্টিৰে কামত খটুৱাই নাট্য ৰীতিৰ বুনিয়াদ গঢ়ি তুলিব পাৰি। যিবোৰ শিল্পকৰ্ম কালজয়ী বুলি পৰিগণিত হৈছে, সেইবোৰৰ মাজতে এক ঐক্যৰূপ ফুটি ওলোৱা দেখিবলৈ পোৱা যায়। চেখভৰ এই ধাৰণাৰ ওপৰতে তেওঁৰ নাটসমূহ বিশ্বজনীন ধাৰাত প্ৰৱাহিত হৈছে। পৃঃ ৭২

চেখভৰ তুলনাত অধিক অভিনৱত্বৰ আনকি বৈপ্লৱিক পৰিৱৰ্তনৰ দাবী কৰিব পৰা লুইজী পিৰাণ্ডেলোৰ জীৱন আৰু ৰচনা নীতিৰ সুন্দৰ আভাস দি লিখকে 'লিখকৰ সন্ধানত দুটা চৰিত্ৰ' নাটখনৰ বিষয়ে আলোচনা আগবঢ়াইছে। আঙ্গিক, উপস্থাপন, বিষয়বস্তু সকলো ফালৰ পৰা সাৰ্থক আৰু নতুন ধৰণৰ নাট 'হেনৰী দা ফৰ্থ'ৰ বিষয়ে আমি নাতিদীৰ্ঘ এটা টোকা পোৱা হ'লে ভাল পালোহেঁতেন।

আমেৰিকান নাট আৰু নাট্যকাৰৰ ক্ষেত্ৰত লিখকৰ বাছনি অলপ বেছি ব্যক্তিগত যেন লাগিল। টেনেছি উইলিয়ামচ্ আৰু আৰ্থাৰ মিলাৰ দুইজনকে অন্তৰ্ভুক্ত কৰিছে অথচ ইউজীন অ'নীল বাদ পৰি গ'ল। মিলাৰ আৰু উইলিয়ামচ্ নিশ্চয় খুবেই সাৰ্থক আৰু সফল নাট্যকাৰ কিন্তু অ'নীলৰ অৱদান কিছু সুকীয়া। এবছাৰ্ড নাট্যকাৰ বেকেটৰ বিষয়ে লিখা প্ৰৱন্ধটিত লাগতিয়াল তথ্য আৰু আলোচনা আছে। খুবেই ভাল লাগিল সংস্কৃত নাট্যকাৰ ভাসৰ বিষয়ে লিখা কথাখিনি পঢ়ি। শূদ্ৰকৰ বিখ্যাত নাট 'মৃচ্ছকটিকম' যে ভাসৰ 'চাৰুদত্ত'ৰ দ্বাৰা পোনপটীয়াকৈ প্ৰভাৱিত সেই খবৰে বহুতক আচৰিত কৰাৰ উপৰি তাতোকৈ গুৰুত্বপূৰ্ণ কথা সংস্কৃত বা ভাৰতীয় নাটকৰ পৰম্পৰা আৰু ধাৰাবাহিকতাৰ কথা আমাক জনাই দিয়ে।

এই গ্ৰন্থৰ সাফল্য এয়ে যে ই কৌতুহলীজনক মূল নাটসমূহ লৈ যাবলৈ অনুপ্ৰাণিত কৰিছে। বিশ্ববিদ্যালয়ে এনে এখন পুথিকে বোধকৰো উৎসাহেৰে স্নাতক আৰু স্নাতকোত্তৰ মহলাৰ ছাত্ৰ-ছাত্ৰীৰ বাবে মনোনীত কৰিব পাৰে।

---

অধ্যাপক প্ৰদীপ আচাৰ্যৰ সমালোচনাটো প্ৰাসংগিক বাবে পুনৰ প্ৰকাশ কৰা হ'ল।

# ৰাম গোস্বামীৰ উপন্যাস 'প্ৰতীক্ষা'ত বৰ্তমান সময়ৰ আৰু সন্ত্ৰাসবাদৰ চিত্ৰ

## উপেন বৰকটকী

মন আৰু মন, অংগৰাগ, অসমৰ লোকনাট্য, বিশ্ব বিশ্ৰুত নাট্যকাৰ, নাটক আৰু নাটক, কিতাপ আৰু কিতাপ— আদি ভিন্নধৰ্মী গ্ৰন্থেৰে অসমৰ বৌদ্ধিক সমাজত প্ৰতিষ্ঠিত হোৱা ৰাম গোস্বামী ঘাইকৈ এগৰাকী মননশীল বস্তুধৰ্মী লেখক। গভীৰ অধ্যয়ন, সূক্ষ্ম দৃষ্টিভঙ্গী আৰু বিশদ বৰ্ণনা তেওঁৰ লিখনীৰ বৈশিষ্ট্য। শেহতীয়াকৈ তেওঁ সৃষ্টিধৰ্মী ৰচনাৰেও পাঠকৰ মনোযোগ আকৰ্ষণ কৰিছে। তেওঁৰ একমাত্ৰ উপন্যাস 'প্ৰতিক্ষা' ১৯৯৭ চনত প্ৰকাশ পাইছে।

৭১ বছৰ বয়সত ৰচনা কৰা 'প্ৰতীক্ষা' উপন্যাস বিসযবস্তুৰ ফালৰ পৰা যিদৰে বৈশিষ্ট্যপূৰ্ণ, সেইদৰে অধিক বয়সত ৰচনা কৰা কাৰণেই সম্ভৱ বৰ্ণনাত অযথা বাগাড়ম্বৰ নাই। মাৰ্জিত ভাষাৰে সাৱলীলভাবে কাহিনী আগুৱাই নি তেওঁ পাঠকক মানসিক খোৰাক দিব পাৰিছে। উপন্যাসখনৰ বিসযবস্তু মন কৰিবলগীয়া। সাম্প্ৰতিক কালত নানা ধৰণৰ সমস্যা আৰু সংঘাতে কম বেছি পৰিমাণে সমাজৰ সকলো শ্ৰেণীৰ লোকৰে মন দোদুল্যমান কৰি তোলে। সমাজত নানা কাৰণত সমস্যাৰ সৃষ্টি হয়। আৰ্থিক, সামাজিক, ৰাজনৈতিক আদি সমস্যাই ব্যক্তিগত জীৱনতো প্ৰভাৱ পেলায়। যোগ্যজনে পাবলগীয়া সা-সুবিধা নাপালে বা অন্যায কৰি তেওঁলোকক বঞ্চিত কৰিলে আন কিছুমান সমস্যাৰো উদ্ভৱ হয। তেতিয়া কোনো যুৱক পথচ্যুত হয়— বিদ্ৰোহ আৰু হিংসাৰ পথ ল'বলৈ কুণ্ঠাবোধ নকৰে। কিন্তু সামাজিক বা ব্যক্তিগত যি কাৰণতে নহওক হিংসা বা সশস্ত্ৰ বিদ্ৰোহে যে সমস্যাৰ সমাধান নকৰে সেই বিষয়ে চিন্তা কৰা লোকো ভালে সংখ্যক আমাৰ সমাজত আছে। বিশেষকৈ মহাত্মা গান্ধীৰ আদৰ্শেৰে উদ্বুদ্ধ হোৱাসকলে সমাজত হিংসা বা অন্যায়-অনীতি দেখিলে বিবেকৰ দংশনত ভোগে। এনে ধৰণৰ সমস্যাকে 'প্ৰতীক্ষা'ত ঔপন্যাসিকে দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে যদিও উপন্যাসখনৰ বিষয়বস্তু তাতে আবদ্ধ কৰি ৰাখিবলৈ বিচৰা নাই। বৰং ক'ব পাৰি, পাৰিবাৰিক জীৱনত ঘটা সমস্যাবিলাকৰ প্ৰভাৱ সমাজতো পৰে। ব্যক্তিৰ সমষ্টিয়েই সমাজ। ব্যক্তিগত জীৱনত ঘটা নানা ধৰণৰ সমস্যাই আমাৰ সমাজ জীৱন জটিল আৰু অস্থিৰ কৰি তোলে।

'প্ৰতীক্ষা'ত ঔপন্যাসিকে সেই জটিলতাৰ কাৰণো দেখুৱাবলৈ যত্ন কৰিছে।

'প্ৰতীক্ষা'ৰ কাহিনীভাগৰ জুমুঠিটো উত্তৰ-পূব অঞ্চলৰ মহানগৰী গুৱাহাটীৰ পৰাই লোৱা হৈছে যদিও অসমৰ গাঁৱে-ভূঞে সৰ্বত্ৰতে এতিয়া একে সমস্যাই হৈছে। উপন্যাসখনৰ ভিন্নধৰ্মী চৰিত্ৰ সমূহৰ বিশ্লেষণৰ দ্বাৰা বিভিন্ন সমস্যা দেখুওৱা হৈছে। দাৰিদ্ৰৰ বিৰুদ্ধে কঠোৰ সংগ্ৰাম কৰি নিজক প্ৰতিষ্ঠা কৰা ধৰ্মেশ্বৰ হাজৰিকা আগেয়ে স্বাধীনতা সংগ্ৰামী আছিল। গান্ধীবাদক তেওঁ মনে প্ৰাণে সমৰ্থন কৰে। গাঁৱত ডাঙৰ দীঘল হোৱা হাজৰিকাই পিছত কষ্ট কৰি পঢ়ি বি এ পাছ কৰি ধৰমতুলৰ এখন বেচৰকাৰী স্কুলত শিক্ষকতা কৰিছিল। তাত থাকোতেই তেওঁ মাতৃহাৰা মনোৰমাক ঘটনা চক্ৰত পৰি বিয়া কৰায়। এই বিয়া প্ৰেমৰ নহয়। মনোৰমাৰ অভাৱগ্ৰস্ত দেউতাকক মিছা অপবাদত প্ৰভাৱশালী, সুবিধাবাদী, অসৎ চৰিত্ৰৰ লোকৰ প্ৰৰোচনাত অন্যায়ভাৱে পুলিচে ধৰি নি গ্ৰেপ্তাৰ কৰাত ধৰ্মেশ্বৰ হাজৰিকা থিৰেৰে থাকিব নোৱাৰিলে। স্বাৰ্থসিদ্ধি নোহোৱাৰ কাৰণেই মনোৰমাৰ দেউতাকক অপৰাধী সজোৱা হ'ল। সকলোৰে বিপদৰ বন্ধু ধৰ্মেশ্বৰ হাজৰিকাই মনোৰমাহঁতৰ এনে দুৰ্যোগৰ সময়ত তেওঁলোকৰ পক্ষত থিয় দিলে আৰু মনোৰমাক ধৰ্মপত্নী হিচাপে গ্ৰহণ কৰিলে। ধৰ্মেশ্বৰ হাজৰিকাৰ উৎসাহত মনোৰমাই বিয়াৰ পিছত উচ্চ শিক্ষাও অৰ্জন কৰিলে। চাওঁতে চাওঁতে তেওঁলোক দুই পুত্ৰ আৰু এগৰাকী কন্যাৰ পিতৃ-মাতৃ হ'ল। এওঁলোকক লৈয়ে উপনাসখনৰ কাহিনীভাগ আগুৱাই নিয়া হৈছে। পুতেক-জীয়েকক সুশিক্ষিত কৰি তুলিবৰ কাৰণে ধৰ্মেশ্বৰ হাজৰিকা আৰু মনোৰমাৰ কষ্টৰ সীমা নাছিল। ইতিমধ্যে তেওঁলোকে গুৱাহাটীত থিতাপি লৈছিল। কালক্ৰমত হাজৰিকাৰ দুই পুত্ৰ তপন আৰু ৰাজেন আৰু জীয়েক মাজনীয়ে উচ্চ শিক্ষা লাভ কৰিলে যদিও ৰাজেন আৰু মাজনী নিবনুৱা হৈ থাকিল। তেতিয়াই মুক্তি বাহিনীৰ কাৰ্যকলাপে ৰাজেনক আকৰ্ষিত কৰিলে। আন কিছুমান কাৰণতো ৰাজেনে অধৈৰ্য হৈ উগ্ৰপন্থী সংগঠনত যোগ দিলে। ৰাজেনে সেই পথ নল'ব বুলিয়েই ধৰ্মেশ্বৰ হাজৰিকাৰ দৃঢ় বিশ্বাস আছিল। কিন্তু শিক্ষিত আৰু নিজস্ব চিন্তাধাৰাৰে পৰিচালিত ৰাজেনে বৰ্তমান সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্তন মুক্তি বাহিনীৰ সংগ্ৰামৰদ্বাৰাহে সম্ভৱ হ'ব বুলি ভাবি সশস্ত্ৰ বিদ্ৰোহৰ পথ ল'লে। সমাজত শিক্ষিত যুৱক-যুৱতী কিয় এনেদৰে পথচ্যুত হৈছে ঔপন্যাসিকে সেই কথা মাজনীৰ মুখেৰে এনেদৰে প্ৰকাশ কৰিছে— "দেশৰ অৱস্থা দিনে দিনে বিষম হৈ পৰিছে। সমাজৰ নীতি-নিয়মত ব্যভিচাৰ সোমাইছে। মধ্যবিত্ত ঘৰৰ ল'ৰা-ছোৱালীয়ে চাকৰি বিচাৰি হতাশ হৈছে। শিক্ষিত নিবনুৱাৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছে।... নিবনুৱা ডেকা ল'ৰাবোৰে উপায় নোহোৱাত স্বাৰ্থ সিদ্ধিৰ বাবে হাতত অস্ত্ৰ তুলি লোৱাৰ বাহিৰে অন্য উপায় নাই বুলি ধৰি লৈছে" (পৃ. ১০)।

সেইজনী মাজনীয়েও জানে— সন্ত্ৰাসবাদে কোনো সমস্যাৰ সমাধান নকৰে। ৰাজেনক যেতিয়া মাজনীয়ে "সন্ত্ৰাসবাদে আমাৰ নিচিনা এখন অনগ্ৰসৰ ৰাজ্যত নানা ৰকমৰ সংকট সৃষ্টি কৰি শান্তি বিনষ্ট কৰিছে" বুলি বুজাবলৈ চেষ্টা কৰে, তেতিয়া ৰাজেনে নিজৰ মতৰ সমৰ্থনত নানা ধৰণৰ যুক্তি আগবঢ়ায়। অৰ্থনৈতিক শোষণ আৰু ৰাজনৈতিক দলসমূহৰ দৃষ্টিভঙ্গীক কঠোৰভাৱে সমালোচনা কৰে আৰু দেশৰ সকলো সংকটৰ বাবে, অভাৱৰ বাবে, অশান্তিৰ বাবে বিপ্লৱী সংগঠন এটাক একপক্ষীয়ভাৱে জগৰীয়া কৰা অযুগুত বুলি দৃঢ় মত পোষণ কৰে। ঔপন্যাসিকে ৰাজেনৰ দ্বাৰা উগ্ৰপন্থী সংগঠনৰ লগত জড়িত সকলৰ মনৰ কথা এনেদৰে প্ৰকাশ কৰিলেও সন্ত্ৰাসবাদে সমস্যাৰ কেতিয়াও সমাধান নকৰে বুলি য'তে সুৰুঙা পাইছে ত'তে উল্লেখ কৰিছে। বিশেষতঃ গান্ধীবাদী ধৰ্মেশ্বৰ হাজৰিকাই নিজৰ ঘৰখনতে এনে হোৱাত মৰ্মান্তিক দুখ পোৱাৰ চিত্ৰ ব্যাখ্যা কৰিছে। তেওঁ সন্ত্ৰাসবাদীৰ কাৰ্যপদ্ধতি যিদৰে সমৰ্থন কৰা নাই, একেদৰে সৈন্যই নিৰপৰাধী লোকক অযথা দোষী সাব্যস্ত কৰি নৃশংস অত্যাচাৰ কৰা দেখিও শোকত ভাগি পৰিছে। তেওঁ মাত্ৰ ভাবিবহে পাৰে-- সমাধান কৰিব নোৱাৰে। তথাপি তেওঁ আশাবাদী। ৰাজেন এদিন মূল সুঁতিলৈ আহিব বুলি তেওঁৰ বিশ্বাস। ঔপন্যাসিকে 'প্ৰতীক্ষা' নামটো দিয়াৰ তাৎপৰ্য এইখিনিতে প্ৰকাশ পাইছে। পিছে শেষলৈকে তেওঁ অপেক্ষাহে কৰিলে। ৰাজেনক মূল সুঁতিলৈ অহা তেওঁ দেখুওৱা নাই। পৰিয়ালৰ বান্ধোনৰ বাহিৰ ৰাজেনক পলাতক, আত্মগোপনকাৰী আৰু দুৰ্ধৰ্ষ হিচাপেহে ঔপন্যাসিকে দেখুৱাইছে।

কিন্তু বৰপুত্ৰ তপনৰ কাৰণে ধৰ্মেশ্বৰ হাজৰিকা বেছিদিন অপেক্ষা কৰিব লগা নহ'ল। বৰপুত্ৰ তপনো এদিন বিলাস বৈভৱৰ কাৰণে মূল ঘৰখনৰ পৰা আঁতৰি গৈছিল। উপন্যাসখনৰ এটা প্ৰধান চৰিত্ৰ তপনৰ জৰিয়তে ঔপন্যাসিকে আন কিছুমান গুৰুত্বপূৰ্ণ প্ৰসংগ উত্থাপন কৰিছে। নিজৰ প্ৰতিভা আৰু যোগ্যতাৰ বলত প্ৰতিষ্ঠিত হোৱা তপনে পাৰিবাৰিক জীৱনৰ আৰম্ভণীতে অশান্তিৰ মাজেদিয়েই দিনবোৰ অতিবাহিত কৰিব লগা হৈছিল। প্ৰেমত পৰি বিয়া কৰোৱা তপনে নিজৰ অতীত আৰু ঘৰখনৰ দুখ-দুৰ্দশাৰ কথা পাহৰি গৈছিল। যিগৰাকী প্ৰেয়সীক তেওঁ স্ত্ৰী হিচাবে গ্ৰহণ কৰিছিল সেই গৰাকীৰ পিতৃ দুৰ্নীতি পৰায়ণ, অসাধু প্ৰকৃতিৰ আৰু দাম্ভিক। অথচ সমাজত তেওঁৰ অবাধ প্ৰতিপত্তি। এই গৰাকী অসৎ লোকৰ প্ৰভাৱত তপনৰ ভাল চাকৰি এটা হ'ল। স্বাভাৱিকতে তপন তেতিযা নিজৰ স্ত্ৰী আৰু বিপত্নীক শহুৰৰ পুতলা হৈ ঘৰখনৰ পৰা আঁতৰি পৃথকে থাকিবলৈ ল'লে। বেলেগে থাকিও কিন্তু তপনে শান্তি পোৱা নাই। বিবেকৰ দংশনত ভুগি থাকিব লগা হৈছে। প্ৰেমত পৰি বিযা কৰাই বহুতৰে যে সময়ত অশান্তি হয় সেই কথা

তপনৰ চৰিত্ৰ বিশ্লেষণ কৰোঁতে আভাস দিছে। ঔপন্যাসিকৰ ভাষাত– "কেৰিয়াৰৰ ফালৰ পৰা তপনৰ সাফল্য লাভ হৈছিল। ঠিকেই, কিন্তু পাৰিবাৰিক জীৱনত সৌভাগ্যই তাক সমূলি সুখী কৰিব নোৱাৰিলে। তাৰ বিচাৰ বিবেচনাত বাপেক ধৰ্মেশ্বৰ হাজৰিকাই আদৰ্শ পুৰুষ। বাপেকৰ আদৰ্শতে সি এটা সৎ আৰু সৰল জীৱন অতিবাহিত কৰিবলৈ আশা কৰিছিল। কিন্তু তাৰ সকলো ওলট-পালট কৰি দিলে প্ৰতিভাই। সি কৰোঁ বুলি একো এটা মনৰ জোখাৰে কাম কৰিব নোৱাৰা হ'ল" (পৃ ৮৭)। পাৰিবাৰিক জীৱনৰ এনে অশান্তিয়ে সতি-সন্ততিৰ কিদৰে ক্ষতি কৰে তাৰো চিত্ৰ ঔপন্যাসিকে অংকণ কৰি "প্ৰতীক্ষা" উপন্যাসখন অধিক মনোগ্ৰাহী কৰি তুলিছে। তপন প্ৰতিভাৰ যুগ্ম জীৱনৰ সাক্ষী জোনমণি। কিন্তু সেই জোনমণি প্ৰতিক্ষেত্ৰতে মাতৃস্নেহৰ পৰা বঞ্চিত হৈছে। সন্দেহ আৰু অবিশ্বাসে তপন-প্ৰতিভাৰ যুগ্ম জীৱনত তিক্ততাৰ সৃষ্টি কৰিছে। নিঃসন্দেহে প্ৰতীক্ষা এখন বাস্তৱধৰ্মী সুখপাঠ্য।

# ব্যতিক্ৰমী নাট্যকাৰ ৰাম গোস্বামী

ড° শ্যামাপ্ৰসাদ শৰ্মা

মঞ্চ আৰু অনাতাঁৰ মাধ্যমত কম সংখ্যক মৌলিক আৰু অনুদিত, অভিযোজিত নাট ৰচনা কৰিযেই ডেকা বয়সত নৃত্যশিল্পী আৰু নাৰী চৰিত্ৰত অভিনয় কৰি খ্যাতি লাভ কৰা নীৰৱ সংস্কৃতি তথা নাটকৰ্মী, নাট্য সংগঠক আৰু কলা-সংস্কৃতি জগতৰ বিশিষ্ট চিন্তাবিদ ৰাম গোস্বামীদেৱে অসমীয়া নাট্যজগতত এখন সুকীয়া আৰু ঈৰ্ষান্বিত আসন গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। সুখ আৰু আশ্বস্তিৰ কথা, বয়সে গৰকি এই সাহিত্য-সংস্কৃতি কৰ্মী গৰাকীক জুৰুলা আৰু নিষ্ক্ৰিয় কৰি তুলিব পৰা নাই আৰু তেওঁ এতিয়াও ইয়াৰে দুই এখন ক্ষেত্ৰত বাদে বাকী আটাইবোৰ ক্ষেত্ৰতেই, সময় আৰু প্ৰযোজন সাপেক্ষে সক্ৰিয় হৈ আছে। এইটোৱেই আমাৰ বাবে বিশেষকৈ অসমৰ কলা-সংস্কৃতিৰ জগৎখনৰ সৰ্বাত্মক সংকটৰ দিনত, বিশেষ আশা আৰু আশ্বস্তিৰ কথা। গুৱাহাটীত বসবাস কৰা মুষ্টিমেয় যি কেইগৰাকী সক্ৰিয় সংস্কৃতিকৰ্মীক আমি সততেই পাই থাকো, কৃষ্টি সংস্কৃতি সম্পৰ্কীয় যিকোনো অনুষ্ঠান প্ৰতিষ্ঠানত যি সকলৰ উপস্থিতি আৰু অংশ গ্ৰহণ আমি অপৰিহাৰ্য্য বুলি ভাবোঁ আৰু সাহিত্য-সংস্কৃতিৰ সমস্যা-প্ৰত্যাহবান সংকট আদিৰ বিষয়ে যি কেইগৰাকীৰ সৈতে আমি মুকলি মনেৰে আলাপ-আলোচনা কৰিব পাৰো আৰু সেই বিষয়ত সহায় সহযোগ বিচাৰিলেই পাব পাৰো, সেই কেইগৰাকীৰ ভিতৰত শ্ৰদ্ধেয় গোস্বামীদেৱ অন্যতম। যুক্তি সংগতভাৱে অভিমানী, সুমিষ্ট বৌদ্ধিক আলাপচাৰিতা, বিনয়ী, ভদ্ৰজনোচিত আচাৰ-ব্যৱহাৰ আৰু ব্যক্তিগত পাৰিপাটিতাৰে গোস্বামীদেৱ এগৰাকী হাড়ে হিমজুৰে অসমীয়া, আদৰ্শ সাহিত্য তথা সংস্কৃতিকৰ্মী। যশ গৰিমা আৰু যশস্তিলকে (- প্ৰেমাৱ) তেওঁক ইতিমধ্যেই এক দ্বীপত পৰিণত কৰি পেলাব লাগিছিল যদিও, তেওঁ কিন্তু এই পঁয়সত্তৰ বছৰ বয়সতো বিচাৰি অহা সকলৰ বাবে, ওচৰ চাপি অহা সকলৰ বাবে দুষ্প্ৰাপ্য বা দূৰৈৰ মানুহ নহয়,- অতি ওচৰৰ আপোন মানুহ, আপোনজন। আজি তেওঁৰ পয়সত্তৰ বছৰীয়া জন্মদিনত আমি তেওঁক কৰ্মব্যস্ত জীৱনৰ বাবে সৰ্বান্তঃকৰণে ওলগ জনোৱাৰ লগতে এই আশাও কৰিছোঁ, তেওঁ যেন অসমৰ সাহিত্য-সংস্কৃতি কলাৰ জগতত দিগ্‌দৰ্শনৰ বাবে আৰু বহু যুগ এনেদৰেই কৰ্মক্ষম আৰু সুস্বাস্থ্যৰ অধিকাৰী হৈ থাকে।

কেৱল জনপ্ৰিয় নাট্যকাৰ বুলি ক'লেই গোস্বামীদেৱৰ নাট্যকৰ্মৰ বিষয়ে আটাইখিনি

হোৱা নহয় বুলিয়েই আমি ভাবো। তেওঁৰ মৌলিক আৰু অনূদিত,অভিযোজিত নাটসমূহ ফঁহিয়াই চালে কেইটামান বৈশিষ্ট্য চকুত পৰে আৰু ঠিক এনেবোৰ বৈশিষ্ট্যৰ বাবেই, গোস্বামীদেৱৰ তেওঁৰ সমসাময়িক আৰু পৰৱৰ্তী কালৰ ভালেমান নাট্যকাৰৰ তুলনাত ভালেখিনি বেলেগ।

এসময়ত, সম্ভৱ পঞ্চাশৰ দশকত আকাশবাণী গুৱাহাটীৰ জন্মলগ্নৰ অলপ পিছতে তেওঁ পৌৰাণিক, মহাকাব্যিক আৰু ধ্ৰুপদী কাহিনী চৰিত্ৰ আদিৰ আলমত অমিত্ৰাক্ষৰ ছন্দত অনাতাঁৰ নাট লিখিছিল আৰু প্ৰযোজনাও কৰিছিল। সেই কালছোৱা অসমীয়া নাটক আৰু নাট্যকাৰৰ ক্ষেত্ৰত বহু দিশৰ পৰাই প্ৰায় শূন্যতাৰ কাল। আকাশবাণীয়ে নাটকৰ বাবে মৰ্যাদাৰ এক অৰূপ মাধ্যম প্ৰচলন কৰাৰ সময়ত, এই মাধ্যমক বচাই ৰখাই বাখি জনপ্ৰিয় কৰি তোলাৰ প্ৰযাসেই অগ্ৰাধিকাৰ পাইছিল। সেই আপাহতে নতুন নাট্যকাৰ সৃষ্টিৰ তাগিদাও ব্যাপক হৈ পৰিছিল। যদিও প্ৰযোজন অনুপাতে নাট্যকাৰ সৃষ্টিৰ অনুকূল পৰিবেশ কিন্তু তেতিযাও আমাৰ ইয়াত তৈযাৰ হোৱা নাছিল। বাংলা যাত্ৰা, বাংলা থিয়েটাৰ আৰু বাংলা সাহিত্যৰ ৰেশ তেতিযাও আমাৰ সাহিত্য-শিল্প নাট সেৱাসকলৰ মাজত প্ৰকট আৰু ব্যাপকভাবে প্ৰভাৱশালীযেই হৈ আছিল। বাংলা নাটকৰ ভালেমান অতিসফল নাট অমিত্ৰাক্ষৰ ছন্দতেই লিখা হৈছিল।

সম্ভৱ এই সকলোবোৰৰ প্ৰভাৱত আৰু ধ্ৰুপদী কাহিনী-চৰিত্ৰৰ প্ৰতি স্বাভাবিক দুৰ্বলতাৰ বাবেই তেওঁ অমিত্ৰাক্ষৰ ছন্দত কেবাখনো অনাতাঁৰ নাট প্ৰযোজনাও কৰে। অমিত্ৰাক্ষৰ ছন্দৰ পযোভৰ থাকিলেও এই নাটবোৰত কিন্তু গদ্য সংলাপৰ প্ৰাচুৰ্য্যও কম নহয়। সাধাৰণতে নাটকীযতাৰ খাটিবতে আৰু শ্ৰোতাৰ নাটক শুনাৰ অনুৰাগ যাতে শেষলৈকে বাহাল ৰাখিব পাৰি তাৰ বাবেই এনে কৰিবলগীয়া হয়। এইবোৰৰ কাহিনীভাগ প্ৰায় সকলোৰেই থূলমূলভাৱে জনা থাকে বাবে, তাত চৰিত্ৰসৃষ্টি আৰু কাহিনীক্ৰমৰ প্ৰক্ৰিয়াটো লৈ বিশেষ মূৰ ঘমোৱাৰ প্ৰযোজন নাথাকে। পৰিস্থিতি সাপেক্ষে, আবেগিক ছন্দোবদ্ধ দীঘলীয়া সংলাপৰ জৰিয়তে শ্ৰোতাক আকৰ্ষণ কৰাৰ প্ৰযাসেই এইবোৰ নাটকত এই ৰীতি বেছি হ'বলৈ বাধ্য ঃ

চিত্ৰাঙ্গদা ঃঃ হে মদন দেবতা !!!!
লোৱা অৰ্ঘ্য, ভকতিৰ পূজা নিবেদন
বনবালিকা মই আজি প্ৰেমৰ ভিক্ষাৰী
দিয়া বৰ দিয়া ৰূপ ভুবনমোহিনী
অসহায় নাৰী মই, নাই মোৰ অসীম শকতি
অপমান কৰে মোক পাণ্ডৱ তনয
তিৰস্কাৰ কৰি মোৰ প্ৰেম নিবেদন ।।

মদন ।। চিত্ৰাংগদা ! মণিপুৰ ৰাজনন্দিনী !
তপস্বিনীবেশে তুমি
পূজা দিছা ষোড়শোপচাৰে ... !!
কোঁৱা কোঁৱা দেৱী !
কোন সেই দাম্ভিক সন্ন্যাসী
ব্ৰহ্মাচৰ্য্য ব্ৰতধাৰী ?
অপমান কৰে তব
অকৃত্ৰিম প্ৰেম নিবেদন !!

সন্দেহ নাই, সেই কালত এনে ছন্দোবদ্ধ, আৰোহ-অৱৰোহ (-মদু লেচন) কৰি আওৰাব পৰা সংলাপৰ চাহিদা বৰ বেছি আছিল আৰু বেছিভাগ অভিনেতাই এনে সংলাপ ক'বলৈ নাপালে নাটক কৰা যেনেই নাপাইছিল। সংস্কৃত মূলোদ্ভৱ অসমীয়া শব্দৰ প্ৰয়োভৱ অমিত্ৰাক্ষৰ ছন্দৰ অন্যতম মূল বৈশিষ্ট্য। এই বাবেই ইয়াত আৰোহ-অৱৰোহৰ পৰিসৰ আৰু সুবিধা বেছি বুলি সেই কলাৰ নাট্যকাৰ, অভিনয়শিল্পী আৰু পৰিচালক আটাইয়েই বিশ্বাস কৰিছিল আৰু সেইবাবেই তাৰ চাহিদাও আছিল ব্যাপক।

গদ্য সংলাপবোৰতো সংস্কৃত মূলোদ্ভৱ শব্দৰ প্ৰাচুৰ্য্য আছিল। এইবোৰ দেখাত গদ্য হ'লেও, দুই চাৰিটা শব্দ ইফাল-সিফাল কৰি এইবোৰকো ছন্দোবদ্ধ কৰি তুলিব পাৰি। তলৰ সংলাপখিনিয়েই তাৰ প্ৰশস্ত উদাহৰণ ঃ

চিত্ৰাংগদা ।। সখী ! ই মোৰ অভিসম্পাত যেন লাগিছে।
গোটেই দেহ দুৰন্ত যৌৱনৰ উন্মাদনাই মোক
যেন দেহ পুৰি মাৰিব খুজিছে। . এই দাহ
কি ভয়ানক, কি মৰ্ম্মস্পৰ্শী ! ... মই যেন
সকলো হেৰুৱাই পেলাইছোঁ ... ! সখী ! অন্তৰ
যেতিয়া কোনো এক শুভ মুহূৰ্তৰ কথা
ভাবি আনন্দত পূৰ্ণ হৈ উঠে, তেতিয়াই
হয়তো আহে দুখ, আহে অশান্তি ! আজি
এই মনোমোহিনী ৰূপ পায়ো মই যেন

এক কৰুণ ৰসত ডুব গৈ আছোঁ ... মই যেন শান্তি বিচাৰিছিলোঁ দূৰ-দূৰান্তত থকা শান্তিপূৰ্ণ ৰাজ্যলৈ মই যেন গুচি যাম !

সেয়া আছিল আধুনিক অসমীয়া নাটকত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰাৰম্ভিক প্ৰয়োগৰ কাল ছোৱাৰ কথা, যেতিয়া অসমীয়া নাট্যজগৎ এনে আকস্মিক আৰু দ্ৰুত পৰিৱৰ্তনৰ বাবে কোনোপধ্যেই প্ৰস্তুত নাছিল বা প্ৰস্তুত হোৱাৰ বাবে পৰিস্থিতিও তৈয়াৰ হোৱা নাছিল। এক কথাত কবলৈ গ'লে এক তৰল অৱস্থা, কোনো ক্ষেত্ৰতেই,

কোনো দিশতেই নিৰ্দিষ্টতা নাই, বলিষ্ঠ নেতৃত্ব নাই। বেছিভাগ ক্ষেত্ৰতেই চেষ্টা-এৰ্টী (ট্ৰায়েল এণ্ড এৰৰ) পদ্ধতিৰে কোনো মতে কাম চলাই যোৱাৰ মানসিকতা, কোনোমতে পথচ্যুত নোহোৱাকৈ চলি থকাৰ পলায়নবাদিতা। এনে পৰিস্থিতিত আন ভাষা-সংস্কৃতিৰ পৰীক্ষিত সফল আৰ্হিবোৰৰদ্বাৰা প্ৰভাৱিত হোৱাটোই স্বাভাৱিক।

এই ধাৰাৰ নাটকৰ চাহিদা আৰু প্ৰাসংগিকতা কেতিয়াবাই নাইকিয়া হৈ গ'ল যদিও, অসমীয়া নাট্য ইতিহাসৰ বিৱৰ্তনত ই এটি ক্ষণস্থায়ী গুৰুত্ব পূৰ্ণ ধাৰা হিচাবেই চিহ্নিত হৈ ৰ'ব। এই ধাৰাৰ নাট্যশৈলী আজিকালি অপ্ৰাসংগিক আৰু পুৰণিকলীয়া বুলি চিহ্নিত হলেও, ধ্ৰুপদী কাহিনী আৰু চৰিত্ৰক আজিৰ সমাজ-ৰাজনৈতিক শৈলীত নাটক কৰাৰ ধাৰাটো পিছে এটা সময়ত বেছ শক্তিশালী হৈ উঠিছিল। ক্ৰমে দুৰ্বল হৈ আহিলেও, ইয়াৰ ৰেশ এতিয়াও নাইকিয়া হৈ যোৱা নাই। এই শৈলীত ছেগাচোৰোকাকৈ এতিযাও পৰীক্ষা-নিৰীক্ষা চলি আছে। ধ্ৰুপদী কাহিনী আৰু চৰিত্ৰৰ আলমত নতুন শৈলী, নতুন পৰীক্ষা নিৰীক্ষাৰ সম্ভাৱনা প্ৰচুৰ যদিও আমাৰ ফালৰপৰা পিছে এই দিশটো এতিযাও অৱহেলিত হৈ থকাই দেখা গৈছে।

কেতিয়া, কেনেকৈ, কি পৰিস্থিতিত গোস্বামীদেৱে এই ধাৰালৈ পিঠি দি ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্য্যাযৰ বিখ্যাত মঞ্চসফল নাট অনুবাদ কৰিবলৈ আৰু মৌলিক নাটক লিখিবলৈ আৰম্ভ কৰিলে, সেই তথ্য তেওঁৰ প্ৰকাশিত নাটকেইখনৰ পাতনি বা অইন কতো আমি যোগাৰ কৰিব পৰা নাই; কিন্তু এই উত্তৰনেই যে তেওক অসমৰ নাট্যজগতত প্ৰতিষ্ঠিত সুকীয়া প্ৰবীণ নবীন অইন বহু নাট্যকাৰৰ সৈতে নিমিলা, এখন সুকীয়া আসন দিযাৰ ক্ষেত্ৰত প্ৰথমটো খোজ আছিল, সেই কথা স্বীকাৰ কৰিবই লাগিব।

গোস্বামীদেৱৰ মৌলিক মঞ্চনাট তিনিখন ঃ জীৱন-বৃত্ত, লেনিন আৰু মাদল। ইয়াৰে প্ৰথমখন ছপা হৈছে। বাকী দুখন হাতে লিখা অৱস্থাত আছে। গতিকে কেৱল জীৱন-বৃত্ত খনৰ বাহিৰে বাকী দুখনৰ ৰচনাৰ তাগিদা, প্ৰস্তুতি, দৰ্শন আদিৰ কথা জনাৰ সুযোগ নাই। অথচ একো একো গৰাকী নাট্যকাৰৰ সৃষ্টিসমূহৰ ব্যাখ্যা, বিশ্লেষণ আৰু মূল্যায়নৰ বাবে এনেবোৰ কথা জনাৰ প্ৰয়োজন অতি বেছি।

জীৱন বৃত্তত দিয়া নাট্যকাৰৰ একাষাৰৰ পৰা অৱশ্যে গোস্বামীদেৱৰ নাটক লিখাৰ তাগিদা, প্ৰেৰণা আৰু দৰ্শনৰ বিষয়ে সামান্য আভাস পাব পাৰি। নাটক বনাম সাহিত্যৰ দ্বন্দ্বই গোস্বামীদেৱকো আমনি কৰিছে ঃ নাটকক সকলোৱে ৰংগমঞ্চৰ বস্তু বুলিয়েই বিবেচনা কৰে। সেইবাবেই হয়তো সাহিত্যৰ পৰ্য্যায়লৈ নাটক নিব নোৱাৰি। সাহিত্যিকসকলেও অভিনয়ৰ উপযোগী কৰি নাটক ৰচনা কৰাত সিমান মন-কাণ নিদিয়ে।

এসযমত গুৱাহাটীৰ সক্ৰিয় চৌখিন নাট্যগোষ্ঠী শৌভিকৰ সৈতে গোস্বামীদেৱ

অতি সক্ৰিয়ভাৱে জড়িত থকাৰ সময়তেই জীৱন-বৃত্ত ৰচিত আৰু মঞ্চস্থ হয়। তেওঁ এই গোষ্ঠীৰ অন্যতম গুৰি ধৰোতাও আছিল। ইয়াৰ কৰ্ণাধাৰ সত্যপ্ৰসাদ বৰুৱাৰ উৎসাহ আৰু তাগিদাতেই এই নাটখন শৌভিক গোষ্ঠীৰ বাবেই ৰচনা কৰা হৈছিল। সাহিত্য কৰ্ম হিচাপে যদিও নাটখন গোস্বামীদেৱৰেই সৃষ্টি, তেওঁৰ নিজৰ ভাষাত ঃ স্বৰূপতে ৰিহাৰ্চেলৰ সময়খিনিতে নাটকখনে এটা ফৰ্ম পালে। কিছু যোগ বিয়োগ হ'ল সংলাপ বদলিল।

ইয়াৰ পৰাই অনুমান কৰিব পাৰি যে নাটখন প্ৰথমতে সাহিত্যধৰ্ম হিচাপেহে ৰচিত হৈছিল। সেয়ে মঞ্চৰ ব্যৱহাৰিকতা আৰু প্ৰায়োগিক দিশবোৰ মঞ্চ আৰু আখৰাৰ প্ৰয়োজনত ঘঁহা মজা কৰিবলগীয়া হৈছিল। এনে হোৱাটো দোষণীয় নহয়। বহু নাটকেই এনে প্ৰক্ৰিয়াৰ মাজেৰেই পৰীক্ষিত হৈ প্ৰতিষ্ঠিত হয় বা মঞ্চ উপযোগী কৰি তোলা হয়। এই প্ৰক্ৰিয়াৰেই আধুনিক সম্প্ৰসাৰিত ৰূপ, নাটকৰ ইম্প্ৰুভাইজেশ্যত শৈলী (তাৎকালিক প্ৰতিক্ৰিয়া ভিত্তিক) গ্ৰহণ হৈছে।

ইয়াত মাত্ৰ পৰিচয়ত এটা ব্যতিক্ৰম দেখা যায়। চৰিত্ৰবোৰৰ বয়সৰ লগতে বিশেষ বৈশিষ্ট্যবোৰো লগে লগে দিয়া হৈছে বা ক্ষেত্ৰবিশেষে সবিশেষো দিয়া হৈছে। সম্ভৱ, নাট্যকাৰৰ কলিজাত চৰিত্ৰসমূহ সহজতে আয়ত্ত কৰাৰ মানসেৰেই এই পদ্ধতি ব্যৱহাৰ কৰা হৈছে। এই অতিৰিক্ত তথ্যই অভিনেতা-পৰিচালকক চৰিত্ৰটোৰ ধৰণ-কৰণ ভাৱ-ভংগী সম্পৰ্কে নিৰ্ভুল ইংগিত দিব পাৰে। এই কৌশলৰ অৱশ্যে ত্ৰুটীও নোহোৱা নহয়। সংলাপ আৰু নাট্যক্ৰিয়াৰ জৰিযতে হে নাটকৰ চৰিত্ৰসৃষ্টি সম্ভৱ হয়। গতিকে অভিনেতা-পৰিচালকৰ বেছিভাগেই সংলাপ, ঘটনাক্ৰম আৰু নাট্যক্ৰিয়াৰ মাজেদিয়েই নিজাববীয়া চিন্তা-চৰ্চাৰে চৰিত্ৰটোৰ কায়িক আৰু মানসিক স্বৰূপ দুটা স্থিৰ কৰি ল'বলৈ ভাল পায়। পৰিচালকে এইবোৰৰ মাজেৰেই চৰিত্ৰবোৰ কল্পনা কৰে আৰু অভিনেতা-অভিনেত্ৰীসকলৰ জৰিয়তে সেইবোৰ মূৰ্ত্ত কৰি তোলে। নাট্যকাৰৰ এনে বিশদ চৰিত্ৰ নিৰ্দেশে বহু শিল্পীক নিজস্ব চিন্তা-চৰ্চাৰ পৰা বিৰত ৰখাৰ আশংকা থাকি যায়।

নাটখনৰ প্ৰতিটো দৃশ্যতে দৃশ্যসজ্জাৰ বিৱৰণ আৰু মঞ্চসামগ্ৰীৰ সবিশেষ দিয়া আছে। দৃশ্যভেদে চৰিত্ৰৰ ৰূপসজাৰ সবিশেষ ইংগিতো দিয়া হৈছে। এইবোৰ পৰিচালক আৰু মঞ্চনিয়ন্ত্ৰকক সহায় কৰিলেও, ক্ষেত্ৰভেদে এনেবোৰ বৰ্ণনা উপন্যাসধৰ্মী হৈ পৰিছে আৰু পুনৰুক্তিৰে ভাৰাক্ৰান্ত হৈ পৰিছে ঃ

ধৰ্মেশ্বৰ হাজৰিকাৰ ঘৰ। সাধাৰণ মধ্যবিত্ত পৰিয়াল এটাৰ মূল মানুহ। বয়স ৫৫ বছৰ। চুলি পকিবলৈ আৰম্ভ কৰিছে। এখন সাধাৰণ বেচৰকাৰী হাইস্কুলৰ অৱসৰ প্ৰাপ্ত শিক্ষক। মুখত বাৰ্দ্ধক্যৰ চিন, পিন্ধনত সাধাৰণ শিক্ষক এজনৰ সাজ-পোছাক ধুতি, পাঞ্জাবী। অভাৱ অনাটন, কষ্ট পৰিশ্ৰমে ধৰ্মেশ্বৰ হাজৰিকাৰ ব্যক্তিত্ব ম্লান পেলাব পৰা নাই। ভল্‌ভলীয়া আৰু মৰমিয়াল লোক বুলি তেওঁৰ খ্যাতি আছে ....

... এনেতে ধৰ্মেশ্বৰ হাজৰিকা সোমাই আহে। বহু দূৰ খোজ কাঢ়ি যেন ভাগৰি ঘৰ সোমাইছেহি। দেউতাক অহা গম পাই মাজনীয়ে পঢ়ি থকা কাগজখন থৈ ঠিয় হয়। হাজৰিকাই হাতৰ ছাটিটো আৰু টোপোলা এটা মাজনীৰ হাতত দিয়ে- চকীত বহি পৰে। মাজনীয়ে ভিতৰলৈ সোমাই যায, ছাতিটো আৰু টোপোলটো থৈ বিচনী এখন আনি দেউতাকক দিয়ে। বিচি বিচি ধৰ্মেশ্বৰ হাজৰিকাই সোধে।

ছপা-নাটকত থাকিবলগীয়া আটাইবোৰ দিশৰেই কাৰিকৰী নিৰ্দেশ জীৱন বৃত্তত দিয়া আছে। মাজে মাজে এই নিৰ্দেশে প্ৰয়োজনৰ মাত্ৰাই পৰিচালকৰ প্ৰক্ৰিয়াৰৰ ক্ষেত্ৰত হস্তক্ষেপ কৰা যেনো হৈছে। হয়তো নাট্যকাৰৰ কল্পিত চৰিত্ৰ আৰু পৰিস্থিতি ঠিক তেওঁৰ মতে যাতে উপস্থাপিত হয়, তাৰ বাবেই তেওঁ এনে কৌশল অৱলম্বন কৰিছে।

নাটকৰ কাহিনীটো মনস্তাত্বিক হোৱা বাবে ইয়াক অন্তৰ্মুখী নাটকৰ শাৰীত ধৰিব পাৰি। এনেবোৰ নাটকত বাহ্যিক বা সৰৱ নাট্যক্ৰিয়া কমেই থাকে। ধাপে ধাপে মন-গহনৰ ৰহস্যৰ উন্মোচন কৰি গভীৰৰপৰা আৰু গভীৰতলৈ যাব লাগে বাবেই ইয়াৰ সংলাপবোৰ গহীন, দৰ্শন ধৰ্মী আৰু চৰিত্ৰানুগত হ'ব লাগে। এনে নাটকত অযথা কৌতুকময় পৰিস্থিতি বা হাঁহিৰ খোৰাক যোগোৱাৰ অৱকাশ প্ৰায়েই নাথাকে। ফলত এনেবোৰ নাটক মুখ্যতঃ সংলাপ প্ৰধান হয়গৈ আৰু সকলো শ্ৰেণীৰ দৰ্শকৰ বাবে উপযোগী নহয়গৈ। ইয়াৰ মূল কাৰণ হ'লগৈ দৰ্শকৰ অনুৰাগ নাটৰ শেষলৈ বাহাল ৰখাৰ বাবে যিবোৰ পৰীক্ষিত সমল সততেই ব্যৱহাৰ কৰা হয়, এনেবোৰ নাটকত সেইবোৰৰ বেছিভাগেই ব্যবহাৰ কৰিব নোৱাৰি। সেইবাবে নাটকীয পৰিস্থিতি সংলাপ আৰু অভিনয়েই হ'লগৈ দৰ্শকৰ অনুৰাগ বাহাল ৰখাৰ ক্ষেত্ৰত এনেবোৰ নাটকৰ মূল সম্পদ।

গোস্বামীদেৱ এই ক্ষেত্ৰত সফল হৈছে। তেওঁৰ সংলাপত এনে নাটকত থাকিবলগীযা আটাইবোৰ গুণেই আছে। তলৰ সংলাপ দুটালৈ মন কৰিলেই এই কথা স্পষ্ট হৈ পৰে ঃ

"ডাঃ বৰুৱা ঃ জোনমণিৰ ক্ষেত্ৰত আটাইতকৈ প্ৰয়োজন হৈছে, তাইৰ স্পৰ্শকাতৰ অনুভূতি বুজিবলৈ যত্ন কৰা। এগৰাকী নিৰ্দয়া, অমনোযোগী মাকৰ পৰিবৰ্তে এগৰাকী মৰমিযাল মাক তাই বিচাৰে আৰু এটা ল'বলগীয়া ব্যৱস্থা হৈছে বৰ্তমান যি পৰিৱেশত তাই আবদ্ধ হৈ আছে, সেই পৰিবেশ সলনি কৰিব লাগিব। তাই ভালপোৱা পৰিবেশলৈ তাইক লৈ যাব লাগিব।"

তপন ঃ সেইবাবে দেউতা ! মই সেইটো চাকৰি এৰি গুচি আহিব খুজিছো। মই মুক্ত হ'বৈ খুজিছো। যিখন সমাজত মই সোমাই পৰিছিলো, সেইখন সমাজে আমাক

গ্ৰাস কৰিব খুজিছিল। প্ৰতিভাৰে মোৰে মাজত বিদ্বেষৰ ভাব ছটিয়াই দিছিল, জোনমণিক কাঢ়ি নিব খুজিছিল।"

সংলাপৰ এনে বৈশিষ্ট্যই মূল চৰিত্ৰবোৰক এক ভিন্ন মাত্ৰা প্ৰয়োগ কৰিছে। মননশীল অভিনয়শিল্পীয়ে ইয়াৰ আলমত এখন উপভোগ্য নাট উপহাৰ দিয়াৰ সকলো সম্ভাৱনা আৰু সমলেই ইয়াত আছে। আধুনিক জীৱনৰ বিভিন্ন দিশ লৈ লিখা পাৰস্পৰিক প্ৰচেনিয়াম শৈলীৰ তেনেই কম সংখ্যক অসমীয়া মনস্তাত্বিক নাটকৰ ভিতৰত সেয়েহে জীৱন-বৃত্ত এখনি উল্লেখযোগ্য সংযোজন। ইয়াৰ বক্তব্য আৰু বাণীৰ প্ৰাসংগিকতা আঁজিও সমানেই অক্ষুণ্ণ আছে।

গোস্বামীদেৱৰ আন এখন মৌলিক নাট 'মাদল'। জীৱন-বৃত্তৰ মধ্যবিত্ত আৰু উচ্চ মধ্যবিত্তৰ সংসাৰৰ পৰা মাদলত গোস্বামীদেৱ ব্যস্ত হৈ পৰিছে চাহ জনগোষ্ঠীৰ সুখ-দুখ, হাঁহি-কান্দোন আৰু বেদনা-যন্ত্ৰণা লৈ। সঁচাকৈয়ে গোস্বামীদেৱৰ ক্ষেত্ৰত এক সততে আশা কৰিব নোৱাৰা কিন্তু স্বাগতম জনাবলগীয়া উত্তৰণ। চাহ জনগোষ্ঠীৰ "সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক, পাৰিপাৰ্শ্বিক অৱস্থা, মানবীয় মৰ্য্যাদা প্ৰভৃতি নাটখনৰ জুমুঠি। সংকেত সূচক ইংগিতৰূপে তেওঁলোকৰ বাদ্যযন্ত্ৰ মাদল ব্যৱহৃত হৈছে। এফালে তেওঁলোকৰ সহজ, সৰল, আবেগ ভৰা জীৱন, আনফালে তেওঁলোকৰ ওপৰত ধনলোভী, ক্ষমতালোভী শক্তিৰ উৎপীড়ন, শোষণ আৰু চল-চাতুৰী। সৰ্বদিনৰ এনে অনাদৃত, অনগ্ৰসৰ আৰু অত্যাচাৰিত অৱস্থাৰ অৱসান তেওঁলোকৰ প্ৰদীপ্ত প্ৰসংগ। মাদল অকল নাচ-গানৰ মোহনীয় সংগী নহয়, হাড়িয়া খাই শৰীৰ টলমল কৰাই ইয়াৰ লক্ষ্য নহয়। মাদলৰ কোবত প্ৰতিধ্বনিত হৈছে নতুন দিনৰ সংকেত।"

প্ৰবন্ধ-পাতি, আলোচনা চক্ৰ, ৰাজনৈতিক প্ৰতিশ্ৰুতি আদিৰে আমি সাধাৰণতেই সকলো জনগোষ্ঠীক সামৰি লৈ যিখন বৰ অসমৰ কথা কওঁ, শান্তি-সংহতি সম্প্ৰীতিৰ কথা কওঁ, সেই উদ্দেশ্য আৰু দৰ্শনেই মাদলৰ মূল চালিকা শক্তি। অসমৰ বিভিন্ন জনগোষ্ঠীৰ জীৱন-সমস্যা প্ৰত্যাহ্বান আদিৰ ভিত্তিত পূৰ্ণাংগ নাটক খুউব কমেই লিখা হৈছে। এইবোৰৰ মাজত নাটকৰ সমল ঠাই খাই আছে। গোস্বামীদেৱে তাৰে অলপ গোটাই তেওঁৰ নিজস্ব বিশিষ্ট শৈলীৰে এই নাটখনি ৰচনা কৰিছে।

ছিন্নমূল এক শ্ৰেণী মানুহৰ মৰ্মবেদনা এটি সুপৰিকল্পিত কাহিনী আৰু মাটিৰ গোন্ধ থকা চৰিত্ৰসমূহৰ মাজেৰে বাস্তৱানুগ নাট্য পৰিস্থিতিৰ মাজেৰে সুন্দৰভাৱে উপস্থাপন কৰা হৈছে। সাধাৰণ মানুহৰ সাধাৰণত্বৰ মাজতো যি অসাধাৰণত্ব থাকিব পাৰে সেই অসাধাৰণত্ব চমকে নাটখনক এক অন্য মাত্ৰা প্ৰদান কৰিছে। তেজ মণ্ডহৰ এই বাস্তৱ চৰিত্ৰবোৰ, য'ত আধুনিক জীৱনৰ কপটতা নাই, বেছিভাগ মননশীল অভিনয়শিল্পীৰেই কাম্য আৰু আকাংক্ষিত চৰিত্ৰ হ'ব পাৰে।

ছিন্নমূল এই শ্ৰেণীটোৰ প্ৰথম তাড়না পেট আৰু পেটৰ ভাত মুঠি যদিও, প্ৰব্ৰজনৰ

জৰিয়তে তেওঁলোকে যি ঠাই পালেহি, তাৰ সমাজ সংস্কৃতিৰ সৈতে জীন যোৱা-নোযোৱাৰ প্ৰশ্নটোও এটা অতি গুৰুত্বপূৰ্ণ প্ৰশ্ন। এনেবোৰ ক্ষেত্ৰত নাট্যকাৰে সমস্যা সমাধানৰ নামত আৰোপিত সমাধান দিব খোজা নাই। তেওঁ অতি সন্তৰ্পনে বাস্তৱ দৃষ্টিৰে আগবাঢ়িছে ঃ

বুঢ়া ঃ নিজা ভেটি এৰি এই দেশ আহিছিল নহয়? পালি মজাটো? চাওঁ মোক বহুৱাই দে। (অৰ্জুন আৰু বিক্ৰমে আথে-বেথে বুঢ়াক সমুখত বহুৱাই দিয়ে। বুঢ়াই যেন কষ্ট পাইছে বহিব খুজিছে।)

জগৰু ঃ এতিয়া আৰু ক'ত নিজ ভিঠা বিচাৰি পাম? তয়ো এদিন নিজ দেশ চাৰি আসাম দেশ পাইছিলি।

বুঢা ঃ নোৱাৰ' যাব নোৱাৰ। ইয়াতে থাকিবি, ময়ো থাকি গ'লো (কাহে)

০ ০ ০

বুঢা ঃ মানুহবোৰ ৰঙিযাল হৈছে, সিহঁতৰ মন খুলিছে, সিহঁতে বুজিছে। (বুঢাই এমুঠি মাতি তুলি মূৰত লগাই সেৱা কৰে।) সিহঁতে বুজিছে এই মাটি আমাৰ। এই দেশ আমাৰ!।

অৰ্জুন ঃ কিন্তু তই যে কৈছিলি, এই দেশ আমাৰ নহয়?

বুঢা ঃ এতিয়া সিহঁত জাগিছে, বুজিছে, অসম দেশটাকে নিজৰ বুলিবলৈ শিকিছে। (বুঢাই সোলা মুখেৰে খিলখিলকৈ হাঁহে। তৃপ্তিৰ হাঁহি। সমদল আগবাঢ়ে, পাদপ্ৰদীপৰ কাষত ৰৈ যায। মঞ্চ অন্ধকাৰ হয়, আঁৰকাপোৰ নামি আহে। গীত স্তিমিত হৈ পৰে।)

০ ০ ০

ছিন্নমূল জাতি একোটাৰ পূনৰ্বাসৰ সমস্যা কেৱল অসমৰ চাহ জনগোষ্ঠীৰ মাজতেই আজি আৰু সীমিত নহয়। ৰাজনৈতিক আৰু আৰ্থসামাজিক নানান কাৰণত ছিন্নমূল জাতিসত্ত্বাৰ সংখ্যা বাঢি আহিব ধৰিছে। এই সত্ত্বাবোৰৰ ভৱিষ্যৎ আৰু বৰ্তমানৰ সমস্যা লৈ চিন্তা-চৰ্চা হ'ব ধৰিছে। ক'ৰবাত সমাধানৰ পথ দেখা গৈছে যদিও ক'ৰবাত সেইটো সম্ভৱ হোৱা নাই। নাট্যকাৰৰ মতে আত্মীয়কৰণ অৰ্থাৎ ন-বসতি কৰা ঠাইৰ জীৱন কলা-সংস্কৃতিৰ সৈতে জীণ যাব পৰাটোৱেই হৈছে বাস্তৱতা আৰু সমস্যাৰ একমাত্ৰ সমাধান। বিতৰ্কৰ অৱকাশ থাকিলেও, কথাটো কিন্তু বহু পৰিমানেই সঁচা। য'তেই এনেদৰে স্বতঃস্ফুৰ্তভাৱে এটা সভ্যতাৰ সৈতে আন এক বা একাধিক সভ্যতা জীণ গৈছে, তাতেইতো সভ্যতাৰ নতুন ৰূপ, নতুন মাত্ৰাৰ উন্মেষ আৰু অংকুৰণ ঘটিছে।

নাটখনত মূল চৰিত্ৰ মাত্ৰ কেইটিমান যদিও, পৰিৱেশ আৰু পৰিস্থিতি সৃষ্টি আৰু নাচ গানৰ খাটিৰত প্ৰয়োজনৰ বাবে ইয়াত ভালেমান অভিনয়শিল্পীৰ প্ৰয়োজন। সেইবাবে চৌখিন গোষ্ঠীৰ বাবে ইয়াৰ প্ৰযোজনা ব্যয়সাপেক্ষ। নাট্য বিদ্যালয়ৰ জৰিযতে এনে নাট প্ৰযোজনা কৰাটো চৌখিন গোষ্ঠীৰ তুলনাত সহজসাধ্য।

নাটখনৰ সংলাপৰ ধৰণ-কৰণ থূলমূলভাৱে ঠিকেই আছে যদিও চাহ জনগোষ্ঠীৰ বহুল ব্যৱহৃত শব্দবোৰৰ অভাৱ ঘটিছে আৰু তাৰ ফলতেই ঠায়ে ঠায়ে সেই জনগোষ্ঠীৰ ভাষাৰ মাধুৰিমা উপভোগ কৰাৰ পৰা পঢ়ুৱৈ-দশক বঞ্চিত হ'বলগাত পৰিছে। এইখিনি সহজতেই আঁতৰ কৰিব পৰা পৰামৰ্শ।

কাহিনীৰ ক্ৰমবিকাশ, চৰিত্ৰৰ মাত্ৰা আৰু নাট্য পৰিৱেশ সৃষ্টিত নাট্যকাৰ বহু পৰিমাণে সফল হৈছে। বহু দিশৰপৰাই মাদল, অসমীয়া নাট্য সাহিত্যলৈ এক উল্লেখযোগ্য সংযোজন।

ৰাম গোস্বামীদেৱ বৃত্তিত গ্ৰন্থাগাৰিক। তেওঁৰ চখো দেশ-বিদেশৰ সাহিত্যৰ ৰস আস্বাদন কৰা। তেওঁৰ এই সহজাত অনুৰাগৰ সৈতে অসমৰ নাট্য জগতৰ প্ৰতি নতুন কিবা অকণ কৰাৰ তাগিদাতেই সেয়ে তেওঁ বিশ্বৰ কেবা গৰাকীও বৰেণ্য নাট্যকাৰৰ নাটক অসমীয়ালৈ অনুবাদ কৰি দিছে। অনুবাদৰ ক্ষেত্ৰতে তেওঁৰ চয়ন সঁচাকৈয়ে শলাগিবলগীয়া। আগাথা ক্ৰিষ্টি বহুল ভাৱে তেওঁৰ ডিটেকক্টিভ ৰহস্যঘন কাহিনীৰ বাবেই বিশ্ববিখ্যাত। তেওঁক নাট্যকাৰ হিচাপে আমাৰ ইয়াত এসময়ত খুউব কমেইহে জানিছিল। ক্ৰিষ্টিৰ 'মাউচট্ৰেপ' খন পিঞ্জৰা নাম দি অসমীয়ালৈ অভিযোজনা কৰি শৌভিক গোষ্ঠীৰ জৰিয়তে মঞ্চস্থ কৰাৰ পিছতহে আমাৰ ইয়াত এই বিশ্ববিখ্যাত নাটখনৰ বিষয়ে সাধাৰণ নাটকৰ্মী আৰু গণদৰ্শক এনে সম্ভাৱনাৰ প্ৰতি সচেতন হ'বলৈ ধৰে। তদুপৰি টেনেচি উইলিযামৰ বিশ্ববিখ্যাত নাট 'গ্লাচ মিনাজেৰিৰ' অসমীয়া অভিযোজনা পলাশৰ ৰং, ৰবীন্দ্ৰ নাথ ঠাকুৰৰ নটীৰ পূজা, প্ৰখ্যাত ইটালীয় নাট্যকাৰ, নাটকৰ বাবে নবেল বঁটা বিজয়ী ডেৰিঅ' ফ'ৰ প্ৰহসন 'এজন আততায়ীৰ অপমৃত্যুত' আৰু চি জে টমাছৰ মূল মালয়ালম নাটকৰ অভিযোজনা 'তেওঁ আকৌ আহিছে' গোস্বামীদেৱৰ আন তিনিখন উল্লেখযোগ্য সংযোজন। ইয়াৰ লগতে তেওঁ আন দুখন মালয়ালম নাটকো অনুবাদ কৰিছে। এখন হ'ল এন কৃষ্ণপিল্লৈৰ 'কন্যাকা' আৰু কে টি মোহাম্মদৰ 'এইখনেই পৃথিৱী'।

অভিযোজনাৰ ক্ষেত্ৰত তেওঁৰ চয়ন পদ্ধতিত কেইটামান বৈশিষ্ট্য দেখা যায়। ভাল নাটক, মঞ্চসফল নাটক, অন্তৰ্মুখী নাটক আৰু সাহিত্যৰ ৰসসিক্ত নাটক আদিহে তেওঁ অভিযোজনাৰ বাবে বাচি লৈছে। ইয়াৰ পৰাই বুজা যায় যে অসমৰ ভাল নাটকৰ অভাৱ প্ৰকট হৈ উঠাৰ সময়ত ভাল নাটকৰ অনুবাদ, অভিযোজনাৰ জৰিয়তে তেওঁ সেই অভাব পূৰাবলৈ যথেষ্ট চেষ্টা কৰিছে। অনুবাদ আৰু অভিযোজনাৰ ক্ষেত্ৰত

গোস্বামীদেৱৰ হাত পকা, চিন্তা পূৰ্ণ আৰু ভাষাৰ দখল বিশেষভাৱে মন কৰিব লগীয়া। সম্ভৱ তেওঁ নিজে মৌলিক নাট ৰচনাৰ তুলনাত নাট অনুবাদ আৰু অভিযোজনা কৰিয়েই বেছি ভাল পায়। এতিয়ালৈকে প্ৰকাশ পোৱা তেওঁৰ নাটকৰ ভিতৰত সেয়ে সম্ভৱ মৌলিক নাটকৰ তুলনাত অনূদিত, অভিযোজিত নাটেই তেওঁৰ বেছি। সন্দেহ নাই, অনুবাদ, অভিযোজনাৰ জৰিয়তে অসমৰ নাট্য জগতত তেওঁ এটি অতি প্ৰয়োজনীয় আৰু প্ৰাসংগিক ধাৰাৰ শুভাৰম্ভ কৰিছিল। উল্লেখযোগ্য ডেৰিঅ' ফ' নবেল বঁটাৰে বিভূষিত হোৱাৰ আগেয়েই তেওঁ ফ'ৰ নাটক অসমীয়ালৈ অনুবাদ কৰিছিল। পিছে খুউব সম্ভৱ এই কামত তেওঁক নাট্যগোষ্ঠীসমূহে বিশেষভাৱে ব্যৱহাৰিক সমৰ্থন দিব নোৱাৰিলে, দিয়া হ'লে তেওঁ যি হাৰত বাহিৰৰ নাটক অনুবাদ কৰিবলৈ আৰম্ভ কৰিছিল, সি এতিয়ালৈকে নিশ্চয় আঢ়ৈ কুৰি বা তিনি কুৰিৰ ওচৰ চাপিলহেঁতেন। অনুবাদৰ বাবে নাটচয়নৰ ক্ষেত্ৰত তেওঁৰ যি প্ৰজ্ঞা আৰু স্বজ্ঞা (-ইনটিউচন), তাৰ ভিত্তিত নিশ্চয় এই কথা অনুমান কৰিব পাৰি যে এই অনূদিত নাটসমূহ অসমীয়া নাট্য সাহিত্যত এক অমূল্য সম্পদ ৰূপে পৰিগণিতও হ'লহেঁতেন। আমাৰেই দুৰ্ভাগ্য, আমি তেওঁৰপৰা যিখিনি পাব পাৰিলোহেঁতেন তাৰ পৰা বঞ্চিত হ'লো। আমি তেওঁৰ এই দক্ষতা কামত লগাব নোৱাৰিলোঁ। সন্দেহ নাই, তেওঁ এতিয়াও এই পঁয়সত্তৰ বছৰ বয়সতো কৰ্মক্ষম হৈ আছে। ভাল গোষ্ঠীয়ে ভালদৰে প্ৰযোজনা কৰাৰ প্ৰতিশ্ৰুতিৰে তেওঁৰ ওচৰ চাপিলে, তেওঁ হয়তো এতিয়াও তেওঁৰ এই অতি প্ৰিয় ক্ষেত্ৰখনৰ বাবে আকৌ কলম তুলি ল'ব, কিন্তু তেওঁ অধিক কৰ্মক্ষম আৰু অনুসন্ধানী হৈ থকাৰ কালছোৱাতে যে আমি তেওঁৰ পৰা তেওঁ দিব পৰা খিনিৰ বাবে জোৰ নকৰিলোঁ, তাগিদা নিদিলোঁ, যিখিনি কৰিছিল তাৰ পৌনঃপৌনিক মঞ্চায়নেৰে তেওঁক উদ্বুদ্ধ নকৰিলো, তাৰ বাবে আমাৰ দৰে নিঃকিন নাট কৰ্মী এচামৰ সদায়েই এটা দুখ হৈ যাব।

আজি গোস্বামীদেৱৰ এই পঁযসত্তৰ বছৰীয়া জন্মদিনত আমি তেওঁৰ অৱদান [illegible] সোঁৱৰিছো আৰু তেওঁৰ সাহিত্য-সংস্কৃতি পৰিক্ৰমাৰ এক সুদীৰ্ঘ [illegible]। তেওঁ আগত, আৰু বহু বছৰলৈ আমাৰ সাহিত্য কলা-সংস্কৃতি জগতৰ দিগদৰ্শক আৰু প্ৰেৰণা হৈ থাকক।

# মানুহৰ পৃথিৱী

## পৰাগ কুমাৰ দাস

যোৱা বছৰটোত অসমীয়া উপন্যাস কেইখন প্ৰকাশ হ'ল ? নতুন কবিৰ কিতাপ কেইখন ওলাল ? ভাষা-জ্ঞান সম্বন্ধীয় কোনো পুথি প্ৰকাশ পাইছিল নেকি ? সমালোচনামূলক গ্ৰন্থৰ সংখ্যা সন্তোষজনক নে ?

অসমৰ পৰা প্ৰকাশিত কিতাপ সমূহৰ বিষয়ে যিকোনো তথ্যৰ প্ৰয়োজন হ'লে আপুনি বাৰু কাৰ ওচৰলৈ যাব ?

কিতাপৰ মাজতেই জীৱনটো অতিবাহিত কৰা মানুহ এজন ; তেওঁৰ জীৱিকাও কিতাপ, চিন্তাৰ সমলো কিতাপ। কিতাপৰ সৈতে অসমীয়া মানুহৰ সম্পৰ্ক সিমান সন্তোষজনক নহয, জনসংখ্যা অনুপাতে অসমীয়া কিতাপৰ বজাৰখনৰ অৱস্থা দুঃখজনক বুলিয়েই ক'ব লাগিব। পুথিভঁৰাল আন্দোলনৰ অৱস্থাও তথৈৱচ। কিন্তু তাৰ মাজতো কিতাপকে জীৱনৰ সঙ্গী কৰি লোৱা দুই-এজনে ব্যতিক্ৰম হিচাপে কিতাপৰ জনপ্ৰিয়তাৰ বাবে প্ৰচেষ্টা চলাইছে, চৰকাৰী চাকৰিক দায়বদ্ধতা বিহীন সুৰক্ষিত আয়ৰ উৎস হিচাপেহে লোৱাৰ পৰিবৰ্তে পুথিভঁৰাল আন্দোলন এটাৰ বাবে অবিহণা যোগাইছে।

ঠিক তেনে এজন মানুহ, অসমীয়া কিতাপৰ বিষয়ে যিকোনো তথ্যৰ প্ৰয়োজন হ'লেই আপোনাৰ মনলৈ অহা মানুহজন হৈছে, ৰাম গোস্বামী।

"কিতাপৰ সৈতে মোৰ এনেকুৱা এৰাব নোৱাৰা সম্বন্ধ একেবাৰে শৈশৱৰে বুলি নকওঁ, আচলতে জীৱিকাৰ তাড়নাতহে কিতাপৰ জগতখনত মোৰ প্ৰৱেশ ঘটিছিল, কিন্তু তাৰ পিছতেই এই সম্পৰ্ক একেবাৰে নিবিড় হৈ পৰিল। ১৯৪৮ চনত মই কলিকতালৈ এম. এ পঢ়িবলৈ বুলি ওলাইছো, সেই সময়তে বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে মাতি নি ক'লে যে বিশ্ববিদ্যালয়ত ডাঙৰ এটা লাইব্ৰেৰী হ'ব, তুমি এম এ পঢ়াতকৈ লাইব্ৰেৰী চাইঞ্চ পঢ়া। মোৰ ঘৰৰ অৱস্থা সিমান ভাল নাছিল বাবে এম. এ পঢ়ি থকাৰ সময়ছোৱাত মই প্ৰেছত প্ৰুফ চাই পইচা উপাৰ্জন কৰিবলগীয়া হৈছিল। লাইব্ৰেৰী চাইঞ্চ পঢ়িলে অসম চৰকাৰে এটা স্কলাৰশ্বিপো দিযে বাবে বৰুৱাদেৱৰ কথামতেই এম. এ. পঢ়া বাদ দি লাইব্ৰেৰী চাইঞ্চ পঢ়িবলৈ

ঠিক কৰিলো । ১৯৪৯ চনত পাছ কৰি উঠি গুৱাহাটীলৈ উভতি আহিলো ঠিকেই, কিন্তু চাকৰি ক'তো নাই । সৰুতে প্ৰদীপ চলিহাই মোক নাচ শিকাইছিল, কলিকতাত পঢ়োতে আকৌ নৱকান্ত বৰুৱাৰ সঙ্গী হিচাপে শান্তি নিকেতনৰ সংস্ৰৱলৈ আহি নাটকৰ জগতখনৰ সৈতে পৰিচিত হৈছিলো ; এতিয়া কোনো চাকৰি নেপাই মোৰ সেই এক্সট্ৰা এক্টিভিটি বিলাককো জীৱিকা হিচাপে ল'বলগীয়া হ'ল । প্ৰথম কিছুদিন আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ বাবে স্ক্ৰীপ্ট লিখা কৰিলো, তাৰ পিছত শ্বিলঙলৈ গৈ নাচৰ স্কুল এখনত শিক্ষক হিচাপে সোমালো । এইদৰে নাচ-গান কৰিয়েই এবছৰমান গ'ল । ১৯৫০ চৰ শেষভাগত যেনিবা মই অসম চৰকাৰৰ পাব্লিক লাইব্ৰেৰীৰ এচিষ্টেন্ট লাইব্ৰেৰীয়ান হিচাপে চাকৰিত সোমালো । চাকৰিত সোমাযেই মই কলম্বো প্লেনৰ অধীনত জলপানি এটা পাই এবছৰীয়া প্ৰশিক্ষণৰ বাবে অষ্ট্ৰেলিয়ালৈ যোৱাৰ সুবিধা পালো । সেই এবছৰে মেলবোৰ্ণ আৰু ছিডনীৰ পুথিভঁৰালত কাম কৰি পুথিভঁৰালৰ ব্যাপক অৰিহণাৰ কথা উপলব্ধি কৰিলো । তাৰ চিত্ৰখন মোৰ ৰাজ্যৰ পুথিভঁৰাল আন্দোলনটোৰ সৈতে ৰিজাই চালো ; উপলব্ধি কৰিলো যে, কৰিবলগীয়া আমাৰ বহুত আছে ।"

"তেতিয়াৰ দিনত অসমত পুথিভঁৰাল আন্দোলন বুলিবলৈ একোৱেই নাছিল । একমাত্ৰ চৰকাৰী পুথিভঁৰালটো বহু বছৰলৈকে কেৱল বৃটিছ ৰেছিডেন্ট সকলৰ বাবেহে মুকলি আছিল । ৰাইজৰ উদ্যোগত ঠায়ে ঠায়ে দুই এটা পুথিভঁৰাল গঢ় লৈ উঠিছিল যদিও, মূলতঃ সংগঠন আৰু অৰ্থৰ অভাৱতেই এনেবোৰ প্ৰচেষ্টা স্থায়ী হোৱা নাছিল । ১৯৫৪ চনত মই ৰাজ্যিক লাইব্ৰেৰীয়ান হৈ থকাৰ সময়তে আমি ভাৰত চৰকাৰলৈ এখন বিস্তৃত আঁচনি পঠিয়াইছিলো ৰাজ্যিক আৰু স্থানীয় পৰ্যায়ত চৰকাৰী পুথিভঁৰাল কিছুমান খোলাৰ প্ৰস্তাৱেৰে । চৰকাৰে সেই প্ৰস্তাৱত অনুমোদন জনোৱাত তাৰ আধাৰতে কেইবাখনো ঠাইত আমি পুথিভঁৰাল নিৰ্মাণ কৰিছিলো । অসমত চৰকাৰী উদ্যোগত পুথিভঁৰাল আন্দোলনৰ সেইয়াই আছিল আৰম্ভণি । তাৰ পিছতেই আমি অসমীয়া কিতাপৰ প্ৰকাশত উদ্‌গণি যোগাবৰ বাবেই বৃহৎ সংখ্যাত অসমীয়া কিতাপ কিনাৰ আঁচনি লৈছিলো, আমাৰ কিতাপৰ বজাৰখন এনেয়ে একেবাৰেই সৰু হোৱা হেতুকে এই আঁচনিৰ দ্বাৰা অসমীয়া কিতাপৰ প্ৰকাশক সকলক যথেষ্ট পৰিমাণে উপকৃত হৈছিল । ১৯৬৫ চনত মই ছমাহৰ প্ৰশিক্ষণ এটিৰ বাবে আমেৰিকালৈ গৈছিলো, তাৰ লাইব্ৰেৰী অব্ কংগ্ৰেছ আৰু অইন প্ৰখ্যাত পুথিভঁৰাল বিলাকত অত্যাধুনিক সা-সুবিধাৰ ব্যাপক প্ৰয়োগ দেখি বৰকৈ অভিভূত হৈছিলো ।

তেনে কিছুমান পদ্ধতি আমাৰ অসমৰ পুথিভঁৰাল সমূহতো ব্যৱহাৰ কৰিব পৰা

হেঁতেন পঢুৱৈ সকল বহুপৰিমাণে উপকৃত হ'লহেঁতেন। প্ৰথমতে মই কিছুমান ইম্প্ৰুভমেন্টৰ বাবে চেষ্টা কৰিছিলো, গুৱাহাটীৰ ৰেফাৰেঞ্চ লাইব্ৰেৰীটোত কিছু নতুন নতুন পদ্ধতিত অনা হৈছিল ; কিন্তু আমাৰ মানুহখিনি এটা বিশেষ ঠাচত গঢ় লৈ উঠা বাবেই এই সাল-সলনি বিলাক সিমান কাৰ্য্যকৰী নহ'লগৈ। ১৯৮৪ চনত মই ৰাজ্যিক গ্ৰন্থাগাৰিক হিচাপে অৱসৰ লৈ উঠাৰ পিছত গ্ৰাম্য পুথিভঁৰালৰ সংগঠন আৰু সম্প্ৰসাৰণৰ বাবে আঁচনি এখন তৈয়াৰ কৰিছিলো ; সেইখন আঁচনিৰ আধাৰতে চৰকাৰে এতিয়ালৈকে দুশমান গ্ৰাম্য পুথিভঁৰাল স্থাপন কৰিছে। প্ৰকৃততে আমাৰ পুথিভঁৰাল আন্দোলনটোৰ আচল জোৰটো আমি গ্ৰাম্য আৰু ভ্ৰাম্যমান পুথিভঁৰালৰ ক্ষেত্ৰতহে দিব লাগিছিল যদিও এতিয়া এই দুয়োটা ক্ষেত্ৰৰে অৱস্থা সিমান সন্তোষজক হৈ উঠা নাই।"

আমাৰ ৰাজ্যত কিতাপৰ জনপ্ৰিযতা বা এইক্ষেত্ৰত পুথিভঁৰালৰ ভূমিকা সিমান সন্তোষজনক নহয় কিয় বুলি ভাবে ? মই প্ৰশ্ন কৰিলো।

"অসমীযা মানুহে কিতাপ নপঢ়ে বুলি বদনাম এটা আছে ঠিকেই, কিন্তু আজিকালি পৰিস্থিতিৰ বহু সলনি হোৱা বুলি ভাবো। নতুন চামৰ কিতাপৰ প্ৰতি আগ্ৰহ বাঢ়িছে। তাৰোপৰি প্ৰতিবছৰে মই অসমীযা কিতাপৰ পৰিসংখ্যা উলিয়াওঁ। তাৰ পৰা দেখিছো যে প্ৰকাশিত কিতাপৰ সংখ্যা বহু বাঢ়িছে, অৱশ্যে এতিয়াও এক সন্তোষজনক অৱস্থা হোৱা বুলি ক'ব নোবাৰি। কিতাপৰ পঢ়াৰ অভ্যাস গঢ়াৰ ক্ষেত্ৰত পুথিভঁৰালে বিশেষ ভূমিকা ল'ব নোৱাৰাৰ কথাটোত মই নিজেও বৰ উদ্বিগ্ন। আচলতে আমাৰ মাজত পুথিভঁৰালৰ সংস্কৃতিটোৱেই এতিয়াও জনপ্ৰিয হোৱা নাই। বাহিৰত দেখিছো, কলেজ বা বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী নিশা দহ এঘাৰ বজালৈকে খোলা থাকে, আমাৰ ইযাত লাইব্ৰেৰীতো অফিচ টাইমত চলে। কিতাপ পঢ়াৰ অভ্যাস গঢ়িবলৈ হ'লে আমাৰ পঢ়াশালিৰ পাঠ্যক্ৰম বিলাক এনেদৰে সলনি কৰিব লাগিব যাতে, কেৱল পাঠ্যপুথিতেই ছাত্ৰ-ছাত্ৰী আৱদ্ধ থকাৰ পৰিবৰ্তে লাইব্ৰেৰী ৰেফাৰেঞ্চৰ প্ৰয়োজনীয়তাও তেওঁলোকে উপলব্ধি কৰে। তেনেদৰে লাইব্ৰেৰীৰ পৰিবেশো আমি সলনি কৰিব লাগিব, কেৱল কিতাপ হ'লেইতো লাইব্ৰেৰী নহয়, লাইব্ৰেৰীযান জনে সেই কিতাপ বিলাকৰ বিষয়ে পঢ়ুৱৈক গাইড দিব পাৰিব লাগিব, নিমিষতে তথ্যৰ যোগান ধৰিব পাৰিব লাগিব। লাইব্ৰেৰীযান এজন বিদগ্ধ পণ্ডিত নহলেও হয়, কিন্তু তেওঁ এজন ভাল পঢ়ুৱৈ হ'ব লাগিব, কোনখন কিতাপৰ ক'ত ক আছে, সেই তথ্য তেওঁ পঢ়ুৱৈয়ে বিচৰা মাত্ৰকে দিব লাগিব। আমাৰ পুথিভঁৰাল সমূহৰ সামাজিক অৱদান এতিয়ালৈকে যথেষ্ট নগন্য বুলিযেই ক'ব লাগিব ঠিকেই ; কিন্তু প্ৰয়োজনীয ইনফ্ৰাষ্টাকচাৰ আমাৰ আচলতে

ঠিকেই আছে, মাত্ৰ তাৰ সদ্ ব্যৱহাৰহে হোৱা নাই । আজিকালি আমাৰ নতুন চামৰ কিতাপ পঢ়াৰ প্ৰতি আগ্ৰহ যথেষ্ট বাঢ়িছে, এয়া বৰ শুভ লক্ষণ ; এইচাম নতুন পঢ়ুৱৈৰ প্ৰয়োজনৰ তাগিদাত পুথিভঁৰালৰ আন্দোলন সক্ৰিয় হৈ উঠিব বুলি মই আশাবাদী ।' মই গোস্বামীৰ লগত সাক্ষ্যাত কৰি যি বুজিলো সেইয়া হৈছে তেখেতৰ পুথিভঁৰালৰ প্ৰতি থকা অগাধ নিষ্ঠা, সততা আৰু কৰ্মপ্ৰেৰণা।

---

*প্ৰয়াত সাংবাদিক পৰাগ কুমাৰ দাসে ৰাম গোস্বামীৰ লগত নিজে লোৱা সাক্ষাৎকাৰৰ টোকা। প্ৰকাশ পাইছিল তেওঁৰ সম্পাদনাত প্ৰকাশ হোৱা "বুধবাৰ" সংবাদপত্ৰত, ২৮ নৱেম্বৰ ১৯৯০ চনত। ইয়াত লিখনীটো পুনৰ মুদ্ৰণ কৰা হ'ল।*

# আনন্দ আৰু বেদনাৰ বলিষ্ঠ প্ৰকাশ ৰাম গোস্বামীৰ 'মন আৰু মন'

**হৃদয়ানন্দ গগৈ**

মানুহৰ মন সভ্যতাৰ বিকাশৰ দিন ধৰি জ্ঞানান্বেষণত নিমজ্জিত হৈ আহিছে। মনৰ দুৰন্ত হেঁপাহৰ ফলশ্ৰুতিত নিঃসৃত হৈছে জ্ঞান-আলোকৰ অনন্ত ভাণ্ডাৰ, কোনোজনে তাক সাহিত্য বুলিছে, কোনোৱে বৈজ্ঞানিক আৱিস্কাৰ আখ্যা দিছে, কোনোৱে দৰ্শন-বিশ্লেষণ আদি কিবা এক আখ্যা দিছে। কিন্তু সকলোৱে মনৰ সৃষ্টি ক্ষমতাক মানি লৈ নানান ক্ৰিয়া প্ৰতিক্ৰিয়া লক্ষ্য কৰিছে আৰু সময়ে সময়ে নতুন দিগন্তৰ সন্ধানত মনৰ ভিতৰখন জুমি জুমি চাইছে। মানুহৰ ভিতৰখন দৰাচলতে মানুহৰদ্বাৰাই মনৰ পৰ্যবেক্ষণৰ পৰ্যায়ক্ৰমত পৰিস্ফুট হৈ উঠে। সাহিত্যত এই প্ৰক্ৰিয়া মূলতঃ অতি তীব্ৰ হৈ পৰিছে আৰু সেয়ে মহৎ লেখকসকলৰ অনবদ্য ৰচনাৰাজিত এই পৰিস্ফূৰণ প্ৰবল হৈছে। সন্দেহ নাই, লেখকসকলে গল্প-উপন্যাস বা জীৱন-ৰহস্য উদঘাটন কৰিব খোজা যিকোনো মাধ্যমৰ মাজত জীৱনৰ এক সন্ধান অব্যাহত ৰাখিছে। এই সন্ধান জ্ঞাতৰ পৰা অজ্ঞাতলৈ অনন্ত গতিত। বিশ্বৰ ভালেমান বৰেণ্য লেখক ব্যক্তিৰ মাজত এই সন্ধান জ্ঞাতৰ পৰা অজ্ঞাতলৈ অনন্ত গতিত। বিশ্বৰ ভালেমান বৰেণ্য লেখক ব্যক্তিৰ মাজত এই সন্ধানে কেনেদৰে প্ৰবল প্ৰতাপী হৈ উঠিছে সেইকথা ভাবিলে হৃদয় আন্দোলিত হৈ পৰে। আচৰিত হ'বলগীয়া হয় কেছ্লেভা, লৰেন্স, পিৰাণ্ডেলো, মাৰ্ক্স, ৰুছো, হিটলাৰ, ডস্তয়েভস্কি আৰু হোমাৰৰ দৰে লেখকসকলৰ মনৰ দুৰন্ত আলোক উদ্ভাসিত কৰা প্ৰবল সংগ্ৰাম দেখি। সংক্ষেপতে এই কথাখিনিৰ অৱতাৰণা কৰিবলগীয়া হ'ল ৰাম গোস্বামীৰ 'মন আৰু মন' গ্ৰন্থখনৰ প'ষ্টমৰ্টেম আলোচনাৰ প্ৰসংগত।

গ্ৰন্থজগতৰ লগত দীৰ্ঘকালীন সম্পৰ্কৰে বিপুল অভিজ্ঞতাত চহকী ৰাম গোস্বামীৰ জ্ঞানান্বেষণৰ প্ৰৱণতা যিদৰে প্ৰবল, তেনেদৰে জ্ঞান-বিতৰণৰ ভাবনাও বিশাল। সেয়েহে গোস্বামীদেৱে 'মন আৰু মন' শীৰ্ষক এই আলোচ্য গ্ৰন্থখনত বিশ্বৰ আঠগৰাকী মহান লেখক ব্যক্তিৰ জীৱনৰ মৌকোহ অন্বেষণত প্ৰবৃত্ত হৈছে। এই আঠ গৰাকী প্ৰতিভাশালী যুগজয়ী ব্যক্তি হ'ল কেছ্লেভা, ডি এইচ লৰেন্স, এডলফ হিটলাৰ, লুইজী পিৰাণ্ডেলো, কাৰ্ল মাৰ্ক্স, জে জে ৰুছো, ডস্তয়েভস্কি আৰু হোমাৰ। গোস্বামীয়ে এই লেখকসকলৰ জীৱন দৰ্শন চেতনাত ভুমুকি মাৰিবলৈ এক বিশেষ পথ গ্ৰহণ

কৰিছে। তেওঁ পোনপটীয়াকৈ জীৱনী সৃষ্টিত প্ৰবৃত্ত হোৱা নাই। ফলস্বৰূপে গ্ৰন্থখনৰ এক বিশেষ দিশে পাঠক-সমালোচকক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। প্ৰত্যেকগৰাকী বিখ্যাত লেখকৰ মহৎ আৰু জনপ্ৰিয় সৃষ্টিৰাশিৰে একোখন গ্ৰন্থক ভেটি কৰি গোস্বামীয়ে লেখকগৰাকীৰ জীৱন দৰ্শন চেতনাজগতক নিখুঁতকৈ দাঙি ধৰিছে। লেখক ব্যক্তিগৰাকীৰ গ্ৰন্থখনৰ সুন্দৰ আলোচনাৰ মাজতে গোস্বামীয়ে জীৱনৰ বিবিধ ছন্দ লিপিবদ্ধ কৰিছে। আলোচক-লেখক গোস্বামীৰ মতে, মানুহৰ চিন্তা আৰু কৰ্মত অবিচ্ছিন্ন প্ৰভাৱ বিস্তাৰ কৰা বিশ্বসাহিত্যৰ আঠখন অমৰ গ্ৰন্থৰ অধ্যয়নৰ মাজেদি তেওঁ মানুহৰ অমৰত্ব প্ৰয়াসী পিপাসা আৰু মনৰ অসীম দিগন্ত বিয়পা ব্যাপকতা উন্মোচন কৰাৰ লগতে মনৰ অনন্য স্বৰূপ সেই মহৎ ৰচয়িতাসকলে কেনেভাৱে উপলব্ধি কৰি লিপিবদ্ধ কৰি থৈ গৈছে, তাকে পৰিস্কাৰকৈ অংকিত কৰিছে। গোস্বামীৰ কথাৰ সত্যতা বুজিবলৈ আমি 'মন আৰু মন'ৰ ভিতৰত জুমি চোৱাৰো প্ৰয়াস কৰিম।

সম্ভৱতঃ এযুগ পূৰ্বেই কেষ্লেনভাৰ 'স্মৃতিকথা' প্ৰকাশ হৈছিল। এই স্মৃতিকথা'ৰ মাজতে কেষ্লেনভাৰ ট্ৰেজিক জীৱনৰ বিভিন্ন অনুষংগবোৰ সিঁচৰিত হৈ আছে। এই বৃহৎ লেখকগৰাকীক বুজিবলৈ বা তেওঁৰ লেখনী হৃদংগম কৰিবলৈ হ'লে তেওঁৰ জীৱনৰ ৰঙীন কথাৰ লগতে ঘাত-প্ৰতিঘাতো নিয়াৰিকৈ বুজিব লাগিব। গোস্বামীয়ে কেষ্লেনভাৰ জীৱনকথাৰ পৰ্যায়ক্ৰম বিচাৰি বিশ্লেষণ আগবঢ়াইছে। তেওঁ নিশ্চিত কৰিছে যে এই বিখ্যাত লেখকগৰাকীৰ জীৱন আৰু দৰ্শনক বিশেষ এক সম্পদে উপৰ্যুপৰি প্ৰভাৱ বিস্তাৰ কৰিছে। এই সম্পদ লেখকে গভীৰ আৰু অবিৰত সাধনাৰ জৰিয়তে অৰ্জন কৰিছে। লেখক নিজেই ইয়াৰ আয়ত্তৰ গৰাকী। কেষ্লেনভাৰ জীৱনত এই সম্পদ হৈছে সত্যনিষ্ঠা। গভীৰ আৰু ঐকান্তিকভাৱে তেওঁ জীৱনতে সত্যৰ নামত উৰ্ছগা কৰিছে। মহাকবি গ্যেটেও আছিল সত্যৰ প্ৰতি গভীৰভাৱে অনুগত। গ্যেটেৰ নিচিনাকৈ ভাষা অথবা শৈলীলৈ বিশেষ মনোযোগ নিদি কেষ্লেনভাই সদায় সত্য উদঘাটনত আত্মোৎসৰ্গ কৰিছিল।

অন্য এক নিবন্ধত গোস্বামীয়ে 'লেডী চাটাৰ্লিজ লাভাৰ'ৰ মাজেদি ডি এইচ লৰেন্সৰ দৰ্শন প্ৰতিষ্ঠাপিত কৰিবলৈ যত্ন কৰিছে। ঔপন্যাসিক লৰেন্সৰ দৰ্শন আৰু ক্ৰিয়া কৰ্ম বুজাটো সহজ নহয়, কিয়নো তেওঁৰ মাজত কোনো 'ফৰ্ম' নাই বুলি সদায়ে সমালোচকসকলে আক্ৰমণাত্মক ভূমিকা পালন কৰি আহিছে। গোস্বামীয়ে লৰেন্সৰ সপক্ষে আৰু বিপক্ষে থকা দুয়োটা দিশকে দাঙি ধৰি তেওঁৰ উপন্যাসৰ বৈশিষ্ট্যৰাজি প্ৰকাশ কৰিছে। লৰেন্সে জীৱনৰ ক্ষুদ্ৰাতি ক্ষুদ্ৰ অনুভৱৰ মাজতে অনেক সমল বিচাৰি পাইছিল। তেওঁ বুজিছিল, মানুহৰ মনৰ প্ৰকৃত স্বৰূপ দৈহিক অৱয়বৰ মাজত বিদ্যমান। সেইবাবে দেহৰ কোনো অংগই কম গুৰুত্ব পাব নোৱাৰে। আনকি যৌন ক্ৰিয়াকলাপেও নিজস্ব প্ৰকাশভঙ্গীত মনৰ স্বৰূপ উদঙাই দেখুৱায়। সেয়েহে

যৌন আবেদনৰ প্ৰকাশৰ ক্ষেত্ৰত তেওঁ কোনো বাধা আৰোপ কৰা নাছিল। ইয়াৰ কাৰণে লৰেন্স সমালোচিত হৈছিল যদিও পিছুৱাই যোৱা নাছিল। সমালোচনালৈ কৰ্ণপাত নকৰা আৰু নিজস্ব কলম ক্ষুৰধাৰ গতিত অব্যাহত ৰখাই আছিল লৰেন্সৰ আদৰ্শ। সেয়ে তেওঁৰ উপন্যাসসমূহ সমালোচিত হ'লেও সিবোৰ ঔপন্যাসিকৰ সমানেই মহৎ। গোস্বামীৰ ৰচনাত লৰেন্সৰ এনেকুৱা প্ৰতিভাৰে চিত্ৰ প্ৰকাশিত হৈছে।

'মাইন কাম্ফ'ৰ মাজেদি বিধৃত হৈছে মহানায়ক এডলফ্ হিটলাৰৰ জীৱন-দৰ্শন আৰু চিন্তা-চেতনা। হিটলাৰৰ এই গ্ৰন্থখন অনেকভাৱে সমালোচিত হৈছে যদিও পৰিত্যাজ্য হোৱা নাই। ঐতিহাসিকসকলে ভাবে, গ্ৰন্থখনে কিছুমান অলাগতিয়াল মতামতহে দিয়ে, যিবোৰ এটা জাতি আৰু সভ্যতাৰ বাবে মুঠেও গ্ৰহণযোগ্য নহয়। শিক্ষাবিদৰ মতে, 'মাইন কাম্ফ'ত শিক্ষা সম্বন্ধীয় একো নতুন তথ্য নাই। হিটলাৰৰ একনাযকত্ববাদী নীতিকো সমালোচকে কঠোৰ ভাষাত সমালোচনা কৰিছে আৰু অভিহিত কৰিছে সিবোৰ উগ্ৰ আৰু অগণতান্ত্ৰিক নীতি হিচাপেহে। আনকি গ্ৰন্থখনৰ সাহিত্যিক মূল্যকো সমালোচ সকলে মানিব নিবিচাৰে। কিন্তু গ্ৰন্থখন ঐতিহাসিক দলিল হিচাপে আজিও জনপ্ৰিয়। গোস্বামীয়ে গ্ৰন্থখনৰ এনেধৰণৰ বিক্ষিপ্ত দিশবোৰ পৰ্যালোচনা কৰাৰ লগতে হিটলাৰৰ জটিল আৰু সংঘাতপূৰ্ণ জীৱনৰ ছবি দাঙি ধৰিছে।

হিটলাৰৰ দৰেই জটিল আৰু সংঘাতপূৰ্ণ জীৱন ৰুছোৰ। ৰুছোৰ জন্মও হোৱাও নাছিল কোনো আঢ্যৱন্ত পৰিযালত। ৰুছোৱে শিশু অৱস্থাতে মাতৃক হেৰুৱালে। কোনো আনুষ্ঠানিক শিক্ষা নাপালে। কিন্তু তেৰ বছৰ বয়সতে ৰুছোৱে ভাস্কৰ্য কটা শিলৰ ফেক্টৰী এটাত কাম কৰাৰ সুযোগ পাইছিল। তেতিয়াই সময় পালে কিতাপ পঢ়াৰ অভ্যাস এটা গঢ়ি তুলিছিল। ৰুছোৰ এই অভ্যাসেই জীৱনটোৰ গঢ় দিছিল। জ্ঞান অন্বেষণৰ দুৰন্ত এক হেঁপাহ সত্ত্বেও ৰুছোৱে কিন্তু স্থায়ী কাম এটা নাপালে, যাৰ বাবে তেওঁৰ সমস্যাৰ ভৰ বাঢ়ি গ'ল আৰু এটা সময়ত তেওঁৰ এই প্ৰিয় অভ্যাসত জটিলতাৰ সৃষ্টি হ'ল। অতৃপ্ত বাসনাই ৰুছোক সদায় খুলি খুলি খালে। তথাপি ৰুছো ভাগি নপৰিল। এঠাইৰ পৰা আন ঠাইলৈ কাম সলাই ৰুছো দৌৰিয়ে থাকিল। ব্যক্তিগত জীৱনতো অনেক সমস্যা আহিল। ৰুছোৰ প্ৰেমিকাৰ সংখ্যাও বৃদ্ধি পালে। তেওঁৰ প্ৰকাশিত ভালেকেইখন কিতাপে আনিলে নিন্দা আৰু সমালোচনা। চৰকাৰে তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ আদেশ জাৰি কৰিলে। তেওঁৰ বিখ্যাত 'এমিল', 'সামাজিক চুক্তি', 'জুলি' আদি বাস্তৱমুখী হৈয়ো সামান্যভাৱে সন্তোষজনক স্বীকৃতি নাপালে। ৰুছোৱে তেওঁৰ জীৱনৰ এই কৰুণ মধুৰ কথাবোৰ 'আত্মস্বীকাৰ' নামৰ গ্ৰন্থখনত লিপিবদ্ধ কৰিছিল। সত্য আৰু ট্ৰেজিক জীৱনৰ ওপৰত ভিত্তি কৰাৰ উপৰি 'ৰুছোৰ আত্মস্বীকাৰ'ত মানৱৰ তুমুল সংগ্ৰাম বিধৃত হৈছে। ৰুছোৰ প্ৰকাশভংগী আৰু বৰ্ণনাশৈলী যে পাঠকৰ বাবে উপাদেয় সেইকথা গোস্বামীয়ে আলোচনা কৰিছে।

আন এক প্ৰবন্ধত 'এজন লেখকৰ সন্ধানত ছটা চৰিত্ৰ' নামৰ নাটকখনৰ হুবহু পৰ্যালোচনা কৰিবলৈ গৈ নাট্যকাৰ লুইজী পিৰাণ্ডেলোৰ জীৱনৰ বিষয়েও দৃষ্টিপাত কৰিছে। পিৰাণ্ডেলো আছিল ইটালীয়ান নাট্যান্দোলনৰ মুখ্য প্ৰবক্তা আৰু শক্তিশালী অংশগ্ৰহণকাৰী। গোস্বামীয়ে দেখুৱাইছে যে পিৰাণ্ডেলোৰ নাটকবোৰ মানবীয় সংবেদনশীলতা আৰু আত্মজীৱনীমূলক উপাদানৰ কাৰণে খুব জনপ্ৰিয়। পিৰাণ্ডেলোৰ উদ্যোগত ইটালীত যি নাট্যান্দোলন হ'ল সি দৰাচলতে ৰোমাণ্টিক ধাৰাটোৰ বিপৰীতহে। গোস্বামীয়ে নিজে নাট্যকাৰ-আলোচক হোৱা হেতু এই বিষয়টোৰ আলোচনাত বিশেষ পাৰদৰ্শিতা দেখুৱাইছে। আন এগৰকী বিখ্যাত নাট্যকাৰ ষ্ট্ৰীণ্ডবাৰ্গে পুতলাসদৃশ চৰিত্ৰৰ ভীৰ পছন্দ নকৰিছিল। পিৰাণ্ডেলোৱেও সেই আদৰ্শ গ্ৰহণ কৰিছিল। তেওঁৰ মতে, নাটকে মানৱ চৰিত্ৰৰ প্ৰকৃত চিত্ৰখন প্ৰতিফলিত কৰিব পাৰিব লাগিব। গতিকে, তেওঁ নিজৰ নাটকৰ বাবে এনে কিছুমান সাধাৰণ নৰ-নাৰী নিৰ্বাচন কৰিছিল, যিবোৰৰ আছিল অন্তহীন দুখ আৰু গভীৰ বিষাদবোধ। নাট্যকাৰে এই চৰিত্ৰবোৰৰ মাজেদি দেখুৱাইছিল যে চৰিত্ৰবোৰৰ মৰ্মন্তুদ আৰ্তনাদ আন একো নহয়, সেয়া হৈছে গভীৰ দুখ আৰু হতাশাৰ প্ৰচণ্ড প্ৰকাশ। পিৰাণ্ডেলোৰ মতে, নাটক এখন নাৰী আৰু পুৰুষৰ বিকৃত প্ৰতিচ্ছবি নহয়। সেইকাৰণে নাটকত মানবীয় সংঘাত প্ৰত্যক্ষভাৱে প্ৰতিফলিত হোৱাৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰিছিল। তদুপৰি নাটকত 'জীৱন' আৰু 'মুখা'ৰ মাজত স্পষ্ট পাৰ্থক্য থকাটো তেওঁ বিচাৰিছিল।

ৰাম গোস্বামীৰ 'মন আৰু মন'ৰ শেষ দুটা প্ৰবন্ধত তিনিখন ধ্ৰুপদী গ্ৰন্থৰ চিন্তা আৰু পৰ্যালোচনাই ঠাই পাইছে। এটা প্ৰবন্ধত ডষ্টয়েভস্কিৰ 'পাপ আৰু শাস্তি' গ্ৰন্থখনৰ বিষযে আলোচনা কৰা হৈছে। অনুশোচনাৰ মাজেদি মানবীয় উপলব্ধি কেনেকৈ সম্ভৱ তাকে আচলতে ডস্তয়েভস্কিযে গ্ৰন্থখনত ঠাই দিছে। মুখ্য চৰিত্ৰ ৰাছ্কল নিকভে তাৰ পাপকৰ্মৰ শাস্তি পাবলৈ যি দুৰন্ত আশাত বন্দী হৈছে তাৰ বাবে সি পাঠকৰ পৰা গভীৰ সহানুভূতি আদায় কৰে। প্ৰকৃততে গ্ৰন্থখনৰ এই মুখ্য চৰিত্ৰটোৰ মাজেদি ঔপন্যাসিক ডস্তয়েভস্কিয়ে নিজকে অংকিত কৰিছে। তেওঁৰ আশা, পাঠকে মানৱৰ আশ্চৰ্যজনক ব্যৱহাৰৰ বিষয়ে জানিলেহে জীৱনৰ ৰহস্য বুজিব পাৰিব। শেষৰ প্ৰবন্ধত লেখক গোস্বামীযে মহাকবি হোমাৰৰ ধ্ৰুপদী কাব্য 'ইলিয়াদ' আৰু 'ওডিছী'ৰ বিষয়ে আলোচনা কৰিছে। হোমাৰৰ এই মহৎ গ্ৰন্থ দুখনৰ আলোচনা কৰি গোস্বামীয়ে গ্ৰীক সভ্যতা আৰু সংস্কৃতিৰ বিষয়ে বিতংকৈ আলোচনা কৰিছে।

মুঠতে 'মন আৰু মন'ৰ মাজত বিশ্বৰ আঠজন মহৎ ব্যক্তিৰ মহত্তম সৃষ্টিৰাশিৰ বিষয়ে আৰু লগতে জীৱন দৰ্শন স্পষ্ট ৰূপত প্ৰতিফলিত হৈছে। গোস্বামীৰ সৰল বৰ্ণনা আৰু বলিষ্ঠ ভাষাই কিতাপখন সুখপাঠ্য কৰি তুলিছে। গ্ৰন্থখন ছপা-বন্ধাও আটকধুনীয়া। এনে সমীক্ষাত্মক গ্ৰন্থই অসমীয়া সাহিত্যত আদৰণীয় স্থান লাভ কৰিব।

# মালয়ালম নাট্য-সাহিত্যৰ তিনিজোপা শক্তিশালী বৃক্ষ

## (ৰাম গোস্বামীৰ অনুদিত নাটক)

ডঃ পৰমানন্দ ৰাজবংশী

নৰৱেৰ প্ৰখ্যাত নাট্যকাৰ হেনৰিক ইবছেনৰ যুগান্তকাৰী প্ৰভাৱে বিশ্ব-নাট্যসাহিত্যৰ গতি-প্ৰকৃতিক সঞ্জীৱনী শক্তি প্ৰদান কৰিছিল। প্ৰাচীন লোক-নাট্য আৰু সংস্কৃতনাট্য-সাহিত্যৰ শক্তিশালী আদৰ্শেৰে অনুপ্ৰাণিত বিভিন্ন প্ৰাদেশিক নাট্য সাহিত্যৰ গতিধাৰা হঠতে ব্যাহত হৈ পৰিল এচাম পাশ্চাত্য শিক্ষাৰে শিক্ষিত নাট্যকাৰৰ হাতত। বিশেষকৈ প্ৰাক্ স্বাধীনতা কালত এচাম মালয়ালম নাট্যকাৰৰ হাতৰ স্পৰ্শত ইবছেনীয় আৰ্হিৰ নাট্য-সাহিত্যই ফলে- ফুলে জতিষ্কাৰ হৈ মালয়ালম নাট্য সাহিত্যৰ ভেটি আৰু অধিক বৈচিত্ৰময় হৈ পৰিল।

ইবছেনীয় আদৰ্শেৰে নাট ৰচনাত মনোনিবেশ কৰা প্ৰথমগৰাকী বিশিষ্ট মালয়ালম নাট্যকাৰ হৈছে এন কৃষ্ণপিল্লৈ। বিশেষকৈ কৃষ্ণপিল্লৈৰ অনুপম সৃষ্টি ‘কন্যাকা’ নাটকৰ মাজত নৰৱেৰ ইবছেনৰ উপস্থিতি আমি প্ৰায়ে অনুভৱ কৰোঁ। পাৰিবাৰিক সমস্যাক সামাজিক আৰু ৰাষ্ট্ৰীয় প্ৰভাৱে কেনেদৰে নিয়ন্ত্ৰিত কৰে এনে এক উজ্বল চিত্ৰ অংকণ কৰি আন এগৰাকী ইবছেনীয় নাট্যৰীতিৰ অনুগামী চি. জি. টমাছে সৃষ্টি কৰিছে ‘তেওঁ আকৌ আহিছে’ এই অনবদ্য নাটকখনি। ধৰ্মীয় গোড়ামী, কু-সংস্কাৰৰ বিৰুদ্ধে ইবছেনে নাটকৰ মাজেৰে যিবোৰ সমস্যা উত্থাপন কৰি নিৰাময়ৰ উপায়ো দেখুৱাই দিছিল একেধৰণে কে. টি. মুহম্মদে মালয়ালম মুছলমান সমাজত প্ৰচলিত মৌলবাদী আচৰণ, কু-সংস্কাৰৰ বিৰুদ্ধে কলম তুলি লৈছিল। সৃষ্টি হৈছিল ‘এইখনেই পৃথিৱী’ৰ দৰে অমূল্য নাট্য-সম্পদৰ। কিন্তু ইবছেনৰ গহীন-গম্ভীৰ পথ পৰিহাৰ কৰি মুহম্মদে আকোৱালি লৈছিল সহজ-সৰল, হাস্য মধুৰ কমেদিৰ বাঞ্ছিত পথ।

দেৱকীকুট্টী নামৰ এগৰাকী চৰকাৰী অবিবাহিতা বিষয়াৰ পত্নীত্ব, মাতৃত্ব আৰু গৃহিনী হোৱাৰ পথেৰে আগবাঢ়িছে ‘কন্যাকা’ নাটকৰ কাহিনীভাগ। পিতৃ কৃষ্ণ পনিকৰ, মাতৃ মাধৱীমা আৰু ভ্ৰাতৃ ৰাজশেখৰৰ ভোগ-বিলাসী জীৱনতৃষ্ণা পৰিপূৰ্ণ কৰিবৰ বাবেই যেন দেৱকীকুট্টীৰ চাকৰি জীৱন। তাইৰ যৌৱন স্পৃহা পত্নী, মাতৃ আৰু গৃহিনী

হোবাৰ সহজাত প্ৰবৃত্তিৰ প্ৰতি এইসকল নিৰুদ্বেগ। একেলগে থকা ভনীয়েক ভাৰতী পৰআশ্ৰিত যদিও স্বামী চেল্লপন পিল্লে আৰু সন্তানটিক অহৰহ দেখি দেৱকীকুট্টী আৰু অধিক জ্বলি পুৰি মৰিছে। চাকৰণী জানকীক, ভাৰতীক কায়দাকৈ দেৱকীকুট্টীয়ে তাই এজন সবল সুঠাম পুৰুষৰ বাহুবন্ধনত আশ্ৰয় লোৱাৰ কথা ব্যক্ত কৰিও সিহঁতক পতিয়ন নিয়াব নোৱাৰি তেওঁ হৈ পৰিছে হতাশগ্ৰস্তা। হতাশাৰ প্ৰতিফলন দেখা পালোঁ যেতিয়া একান্ত বান্ধৱীসদৃশ মৰমৰ ভনীয়েক ভাৰতী আৰু স্বামীক আৰ্থিক নিৰাপত্তা দিম বুলি নিজৰ লগত ৰাখিও দেবকীকুট্টীয়ে নিজৰ প্ৰতিশ্ৰুতি ভংগ কৰিলে। ভাৰতীয়ে কেঁচুৱাটো নিচুকাই থকা দেখিলেও এক অব্যক্ত ক্ষোভত জ্বলিপুৰি মৰা দেৱকীকুট্টীৰ মানসিক যন্ত্ৰণা দেখিলে দৰ্শক-পাঠকৰো সমানে প্ৰতিক্ৰিয়া হ'ব। একমাত্ৰ জীয়েকৰ উপাৰ্জনৰ ওপৰত আধুনিক বিলাসী জীৱনৰ প্ৰতি ক্ৰমাৎ উন্মুখ হৈ পৰা কৃষ্ণ পনিকৰ, মাধৱীমাই দেৱকীকুট্টীৰ বিবাহ মানেই তেওঁলোকৰ বিলাসী জীৱনৰ ছন্দ হেৰাই যোৱাৰ ভয়তেই জীয়েকৰ ক্ৰমাৎ ভাটিবেলা হ'ব ধৰা যৌৱনৰ প্ৰীতি নিস্পৃহ ৰূপ দেখিলে ঘৃণা ওপজে। মতা কুকুৰৰ লগত মিলনৰ আকাঙ্খাত লেঙৰ পেঙৰ কৰা মাইকী কুকুৰৰ অৱস্থা দেখি, দৰিদ্ৰতায়ো জানকী আৰু ভাৰতীক স্বামীৰ দুবাহুৰ মাজৰ পৰা আঁতৰাই আনিব নোৱৰাৰ দৃশ্য দেখি দেৱকীকুট্টীৰ নিজৰ ক্ষমতাশালী চাকৰি জীৱনৰ প্ৰতি মোহভংগ হৈছে। শেষত তেওঁ পিতৃ-মাতৃৰ নিজৰ আকাঙ্খিত ভৱিষ্য-জীৱনৰ কাৰ্যপন্থা সম্পৰ্কে খোলাখুলিকৈ কৈ নিজৰ বিভাগীয় পিয়ন চেলুপিল্লেৰ লগত দাম্পত্য জীবন কটাবলৈ চাকৰি ইস্তফা দি ঘৰৰ পৰা ওলাই গ'ল।

ধন-সম্পত্তি, প্ৰভাৱশালী চাকৰি এইবোৰ যেন দাম্পত্য জীৱনতকৈ মূল্যহীন এই ভাবধাৰাকেই প্ৰতিপন্ন কৰিব খুজিছে নাট্যকাৰে। ভাব আদৰ্শৰ দোষ-ক্ৰুটিখিনি বাদ দিলে কৃষ্ণপিল্লেৰ 'কন্যাকা' পাৰিবাৰিক সমস্যা এটিক ভাব গধুৰ চিন্তাধাৰাৰে আগবঢ়াই শক্তিশালী পৰিণতিৰে উপস্থাপন কৰা এক সাহসিক প্ৰচেষ্টা। মাত্ৰ চাৰিটা অংকত মাথো 'মাধৱীসদন'ৰ পটভূমিক লৈ নাট্যকাৰে কাহিনীভাগ এনেধৰণে ৰসোত্তীৰ্ণভাৱে আগবঢ়াই নিছে যে দেৱকীকুট্টীৰ দৰে এগৰাকী চৰকাৰী উচ্চ বিষয়াই যে কেৱল দাম্পত্য-জীৱনৰ মোহত চেলুপিল্লেৰ দৰে পিয়ন এজনৰ লগত ওলাই যোৱাটো অভাৱনীয়। মাথো চেলুপিল্লেৰ লগত সহজ হ'বৰ বাবেই তেওঁ উচ্চ চাকৰিত বাদ দিছে। দৰিদ্ৰ জীৱনৰ মজতো ভাৰতীৰ দৰে নাৰীয়ে যদি দাম্পত্য জীৱনকেই সৰ্বস্ব বুলি তৃপ্তি লভিব পাৰে দেৱকীকুট্টীয়ে নোৱাৰিব কিয়? পাকে প্ৰকাৰে যেতিয়া মাকৰ পৰা নিজৰ বিয়াৰ সন্দৰ্ভত আশানুৰূপ সহানুভূতি আদায় কৰিব নোৱাৰিলে তেতিয়া দেৱকীকুট্টীয়ে অন্তৰস্পৰ্শী আৰ্তৰে মাকক কৈছে— "আজি আমাৰ দৃষ্টি শক্তি কমি আহিছে, মূৰৰ চুলি ক'লা গুছি বগা হৈছে, শৰীৰ ক্ৰমে দুৰ্বল হৈ পৰিছে।

তথাপিও মা মই অনুৰোধ কৰিছোঁ তোমাৰ অতীত জীৱন গ্ৰন্থৰ পুৰণি পাতবোৰ লুটিয়াই বগৰাই এবাৰ চোৱা, যেতিয়া তোমাৰ বিয়া হোৱা নাছিল, যেতিয়া তুমি মাত্ৰ এজনী ছোৱালী আছিলা, তোমাৰ শৰীৰৰ চাল মিহি আছিল, চেহেৰা মাংসলযুক্ত আৰু দেখনিয়াৰ আছিল, তেজত যৌৱনৰ ৰক্ত প্ৰবাহিত হৈছিল তেতিয়া তুমি এজন স্বামীৰ সপোন ৰচি কিমান ৰাতি উজাগৰে আছিলা জোনালী নিশাৰ কিনকিনিয়া বৰষুণৰ আমেজ উপভোগ কৰি বিচনাত বাগৰি বাগৰি গাৰুত মুৰ গুজি কিমান ৰাতি উচুপি উচুপি কান্দিছিলা ?

কিন্তু এগৰাকীৰ স্ত্ৰীৰ স্থান তেওঁৰ দাম্পত্য জীৱনত সুৰক্ষিত হোৱা, ধন, ঐশ্বৰ্য আৰু মুক্তি সকলোবোৰেই দাম্পত্য জীৱনৰ সুফল, নাৰীয়ে পত্নী আৰু মাতৃ হোৱাৰ আকাঙ্খাৰ মাজতেই নাৰীত্বৰ গৌৰৱ আৰু জীয়াই থকাৰ অধিকাৰ আদি ভাব আদৰ্শ সাম্প্ৰতিক নাৰী মুক্তি আন্দোলনৰ প্ৰতিকুল। দেৱকীকুট্টীয়ে চেলুপিল্লেক কোনোধৰণৰ ইংগিত নিদি তেওঁৰ কোনো মতামত নলৈ জোৰ-জবৰ দস্তি স্বামীৰূপে গ্ৰহণ কৰিবলৈ বাধ্য কৰোৱা ঘটনাই সচেতন পুৰুষক আঘাত দিব। এনেধৰণৰ বিতৰ্কৰ সূচল থাকিলেও দৃশ্যৰ সংখ্যা হ্ৰাস, চৰিত্ৰ অনুসাৰে অৰ্থপূৰ্ণ-মনোৰম সংলাপ ব্যৱহাৰ, কম দৃশ্যপট, দীৰ্ঘ ভাষণ, বিৱৰণ ব্যাখ্যা, স্বগোক্তি, আদি পৰিহাৰ কৰি এন কৃষ্ণপিল্লেয়ে চাকৰি প্ৰৌঢতা আৰু আৰ্থিক সুৰক্ষাই এগৰাকী নাৰীক, পূৰ্ণতা প্ৰদান কৰিব পাৰে নে নোৱাৰে এই কেন্দ্ৰীয় সমস্যাৰে 'কন্যাকা' নাটকখন বলিষ্ঠৰূপত আমাৰ আগত উপস্থাপন কৰিছে।

মাধুকুট্টী নামৰ এজন ডেকা সৈনিক চাৰিবছৰৰ মূৰত অন্ধ হৈ নিজ ঘৰত প্ৰৱেশ কৰাৰ মুহূৰ্ততেই তেওঁৰ জীৱনৰ অন্য এক বিপৰ্যযৰ সম্ভেদ পালে। তেওঁৰ স্ত্ৰী সাৰাম্মা ইতিমধ্যে তেওঁৰেই পুৰণি বন্ধু কুঞ্জৰতীৰ লগত অবৈধ কাৰ্যৰ ফলত গৰ্ভৱতী হৈছে। স্তম্ভিত, হতভম্ব হোৱা মাধুকুট্টীয়ে যেতিয়া সাৰাম্মাক শাস্তি দিবলৈ উদ্যত হ'ল তেতিয়া তাই অকপটে নিজৰ দোষ স্বীকাৰ কৰিলে। কুঞ্জৰতীযেও সকলো দোষ স্বীকাৰ কৰিলে অন্ধ মাধুকুট্টীয়ে সাৰাম্মাক ক্ষমা কৰিলে যদিও মাকে (শাহু) সাৰাম্মাক কোনোদিন ক্ষমা নকৰিলে। অৱশ্যে কুঞ্জৰতীক ক্ষমা কৰাত মাধুকুট্টীয়ে এক অভাৱনীয় সিদ্ধান্ত গ্ৰহণ কৰিলে। তীব্ৰ মানসিক যন্ত্ৰণাত চট্‌ফটাই থকা মাধুকুট্টীয়ে মাক আৰু সাৰাম্মাৰ চোৱাচিতাৰ দায়িত্ব কুঞ্জৰতীক দি বন্ধু ৰাঘৱনৰ সহায়ত সন্ত্ৰাসবাদীৰ খাৰ-বাৰুদ প্ৰস্তুত কৰা দল এটিত যোগ দিলে। মাধুকুট্টীৰ এনে আচৰণত সাৰাম্মা আৰু কুঞ্জৰতীয়ে আৰু অধিক অনুশোচনাৰ মানসিক অন্তৰ্দ্বন্দ্বত জীৱন নিৰ্বাহ কৰিব ধৰিলে। ইতিমধ্যে মাকৰ মৃত্যু হৈছে। অৱশেষত বোমা বিস্ফাৰণত মাধুকুট্টীৰ মৃত্যুৱে সাৰাম্মা আৰু কুঞ্জৰতীক শোকাহত কৰিলে। তেওঁলোকৰ সাংসাৰিক জীৱনলৈ

এক নৱজাতকৰ আগমন হ'ল। দুয়ো দম্পতীয়ে এই নতুন সন্তানটিৰ নাম মাধুকুট্টী ৰাখিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে।

এয়াই হৈছে আন এগৰাকী প্ৰখ্যাত নাট্যকাৰ চি জে. টমাছৰ "তেওঁ আকৌ আহিছে" নামৰ বিখ্যাত নাটকৰ কাহিনীৰ সাৰাংশ।

নাটকখনত সৰ্বমুঠ চৰিত্ৰ হৈছে সাতোটা। নাটকৰ কাহিনীভাগ মাধুকুট্টী, সাৰাম্মা, কুঞ্জৱতী আৰু মা এই চাৰিটা চৰিত্ৰৰ মাজতেই প্ৰায় সীমাবদ্ধ হৈ পৰিছে অৱশ্যে পাদ্ৰী চৰিত্ৰটোৱে নাটকৰ প্ৰতিটো দৃশ্যতেই ভুমুকি মাৰিছে। ৰাঘৱন আৰু ধাইমা চৰিত্ৰ দুটিৰ সংযোজন গুৰুত্বপূৰ্ণ নহ'লেও কাহিনীৰ বিকাশত কিঞ্চিৎ হ'লেও সহায় কৰিছে। পাদ্ৰী চৰিত্ৰটো গতানুগতিক। ধৰ্মীয় গোড়ামীৰ প্ৰতিনিধি এই চৰিত্ৰটোৱে সাৰাম্মা আৰু কুঞ্জৱতীৰ মিলন আনুষ্ঠানিক নোহোৱাৰ বাবেই বাৰে বাৰে দুয়োকো তেওঁৰ দৰে যীশুৰ প্ৰতিনিধি এগৰাকীৰ উপস্থিতিতহে দাম্পত্য মিলন সম্ভৱ বুলি নিজৰ গুৰুত্ব প্ৰতিষ্ঠা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে। অধ্যাপক এ. পি পি নম্পুতিৰিয়ে অস্কাৰৱাইল্ডৰ 'সলোমী' নাটকৰ যহন্নান চৰিত্ৰৰ লগত এই চৰিত্ৰটোৰ মিল দেখা পাইছে। নাট্যকাৰ টমাছৰ এই নাটকখনৰ অন্য এক উল্লেখনীয় দিশ হৈছে গতানুগতিক নাট্যকাৰৰ দৰে চৰিত্ৰবোৰ মাথো এটি দিশত গুৰুত্ব দিয়াৰ দৰে গুৰুত্ব নিদি প্ৰত্যেকটো চৰিত্ৰৰ বিশেষকৈ সাৰাম্মা, মাধুকুট্টী, কুঞ্জৱতী আৰু মাৰ চৰিত্ৰ কেইটিৰ ভাল-বেয়া দুয়োটি ফাল আমাক নিৰ্মোহ বিশ্লেষণৰ দ্বাৰা দেখুবাবলৈ যত্ন কৰিছে। সাৰাম্মাই কুঞ্জৱতীৰ লগত যি অবৈধ কাৰ্যত লিপ্ত হ'ল এই কাৰ্য লুকুৱাবলৈ বিশেষ যত্ন নকৰি অকপটভাৱে সকলো কথা স্বীকাৰ কৰিলে কুঞ্জৱতীয়ে। এই কথাও সত্য যদি কুঞ্জৱতী উপাৰ্জনক্ষম হ'লহেঁতেন তেন্তে দুয়ো পলাই গ'লহেঁতেন। কিন্তু ভলাপোৱাৰ নামত দুযো পলাই গৈ এক অনিশ্চিত পথত ভৰি দিবলৈকো কুঞ্জৱতী ৰাজী নহয়। আনহাতে মাধুকুট্টীৰ ক্ষমাই সাৰাম্মাক যিদৰে তীব্ৰ মানসিক যন্ত্ৰণা দিছে একেদৰে কুঞ্জৱতীত এই যন্ত্ৰণাত অতীষ্ঠ হৈ পৰিছে। অন্ধত্ব অকালতে আকোৱালী ল'বলগীয়া হোৱা মাধুকুট্টী এখন্তেকো শান্তি পোৱা নাই। সাৰাম্মাক ক্ষমা কৰি দিলেও পত্নীৰ দৰে পাবলগীয়া মৰম-সাহয্য নোপোৱা বাবে মাধুকুট্টীয়ে তীব্ৰ মানসিক যন্ত্ৰণা সহ্য কৰিব নোৱাৰি প্ৰায় আত্মহত্যাৰ দৰে আঁচনিত সোমাই পৰিছে। বিবাহিতা নাৰী হৈয়ো কুঞ্জৱতীৰ লগত অবৈধ মিলনত ৰত হোৱা সাৰম্মাই যেতিয়া স্বামীৰ আগত প্ৰকাশ্যভাৱে নিজৰ অধঃপতনৰ যুক্তি দাঙি ধৰে (মোক কৈ দিয়া , মই কি কৰিম? মৰিব লাগে? ইমান হাঁহিবলৈ কি আছে? মই ভুল কৰিম, তাৰ ফল ভুগিম। এতিয়া মোক তিৰস্কাৰ কৰি থাকিলে কি হ'ব। মোক বাহিৰ কৰি দিয়া। ইয়াত ৰাখি মোক কিয় মাৰিছা? মই এজনী মাইকী মানুহ। ময়ো জীয়াই থাকিব লাগে। চাৰি বছৰ মৰম

চেনেহৰ পৰা বঞ্চিতা হৈ ইয়াত মই জীয়াতু ভুগিছোঁ, কাৰো সহায় নাই , দয়া-মায়া নাই, চাকৰণীৰ দৰে কেৱল কাম কৰিছোঁ। বিয়া কৰিয়েই মোক এনেদৰে পেলাই গুচি গ'লা। বিবাহিতা স্ত্ৰীৰ প্ৰতি তোমাৰ কোনো মৰম নাই, আকৰ্ষণ নাই. দায়িত্ব নাই। এতিয়া আহিছা বিচাৰ ল'বলৈ।) তেতিয়া সাৰাম্মাক ব্যাভিচাৰিণী বুলি মুঠেও ভাবিবলৈ মন নাযায়।

চি. জে. টমাছৰ 'তেওঁ আকৌ আহিছে' নাটখনৰ অন্যতম বৈশিষ্ট্য হৈছে নাট্যকাৰে সচৰাচৰ নাটক এখনত কোনো চৰিত্ৰ অথবা কোন পক্ষক জগৰীয়া কৰি নাটকীয় পৰিণতি দাঙি ধৰাৰ পৰম্পৰাক নস্যাৎ কৰি নাটকৰ প্ৰতিটো চৰিত্ৰৰ দোষ-গুণ বিশ্লেষণ কৰি প্ৰত্যেকৰে প্ৰতি আমাক সহানুভূতিশীল কৰি তোলাটো।

ইযাৰ বিপৰীতে অন্য এগৰাকী মালয়ালম বিশিষ্ট নাট্যকাৰে কে টি. মুহম্মদে "এইখনেই পৃথিৱী" নাটকত ধৰ্মীয় গোড়ামী আৰু প্ৰগতিবাদী দুটি দলৰ মাজত সংঘাতৰ সৃষ্টি কৰি ধৰ্মীয় গোড়ামীৰ ফোপোলা ৰূপটো আমাৰ আগত নগ্নৰূপত দাঙি ধৰিছে। ধৰ্মীয় গোড়ামীৰ প্ৰতিনিধি হৈছে মালিক নামৰ এগৰাকী অৱস্থাপন্ন ব্যক্তি। মালিকৰ পিছে পিছে গৈছে তেওঁৰ বৰপুত্ৰ তক্কৰ কঁয়া আৰু ভাই-বোৱাৰী আমীনা। কিন্তু ভতিজা খালিদ হৈছে প্ৰগতিবাদী দলটোৰ নেতা। মালিকৰ পুত্ৰ হাচান আৰু কদীশা যদিও পিতৃ মালিকৰ ভয়ত ত্ৰস্তমান তথাপিও দুয়ো যেন খালিদৰ অগতানুগতিক যেন লগা কাম-কাজবোৰৰ নীৰৱ সমৰ্থক। পুত্ৰৰ কাম-কাজবোৰৰ কিছু সততা আৰু নৈতিকতাত খালিদৰ পিতৃ উচমান সমসাময়িক সমাজখনৰ চিৰবাষ্পত অতিষ্ঠ হৈয়ো গতানুগতিকতাৰ সোঁতত, ধৰ্মীয় গোড়ামীৰ সোঁতত নিজকে উটুৱাই দিয়া নাই। সমগ্ৰ নাটকখনৰ কেন্দ্ৰবিন্দু হৈছে পাতেই। এই নিঃসহায়, অবলা গাভৰু ছোৱালীজনীক আশ্ৰয় দিয়াৰ বাবে খালিদে নিজৰ ঘৰখনত, সমাজখনত অশেষ কষ্ট কৰিবলগীয়া হৈছে।

বিশেষকৈ বৰদেউতাক মালিকৰ প্ৰবল বাধা নেওচি খালিদে পাতেইক মুক্ত পৃথিৱীৰ বুকুৰ মাজলৈ বোৰ্খাৰ ঠাইত শাৰী পিন্ধাই চিনেমা চাবলৈ লৈ গৈছে, লৈ গৈছে নাটক চাবলৈ। অথচ সমসাময়িক মালয়ালম মুছলমান সমাজত পবিত্ৰ কোৰাণৰ দোহাই দি নাৰীক চিনেমা চোৱা, নাটক কৰাৰ কথা বাদেই পৰপুৰুষৰ মুখ চোৱাটোৱেই হৈছে অপৰাধ। তথাকথিত ধৰ্মীয় গোড়ামী, কু-সংস্কাৰ আদিৰ বিপৰীতে 'এইখনেই পৃথিৱী' কে. টি. মুহম্মদৰ এক শক্তিশালী অস্ত্ৰ। খালিদে দৃঢ় প্ৰত্যয়ৰে মুছলমান সমাজত প্ৰচলিত ধৰ্মীয় গোড়ামী আঁতৰাবৰ বাবে পাতেইৰ সৈতে এক প্ৰগতিশীল জয়যাত্ৰাত খোজ দিছে। নাটকৰ পৰিশেষত দেখা গৈছে মালিকৰ দৰে মৌলবাদীয়ে হতাশাগ্ৰস্ত হৈ নিজ পুত্ৰ-ছোৱালীক কঠোৰ শাস্তি দিও খালিদৰ জয়যাত্ৰাত বাধা দিব

নোৱাৰি হৈ পৰিছে মানসিক বিকাৰগ্রস্ত!

হাস্যৰস বা কমেদিৰ মাজেৰে মুহম্মদে নাটকীয় কাহিনীভাগ আগবঢ়াই লৈ গৈছে। মাজে মাজে ৰসাল কৰিবৰ বাবে কেইটিমান গীতৰো সংযোজন কায়দাকৈ কৰিছে। দৰ্শকক বিবুধিত পেলাবলৈ নাটকৰ মজত এ ৷ ৰণে খালিদ আৰু পাতেইক আমাৰ মাজত উপস্থাপন কৰিছে যে প্ৰগতিবাদী খালিদে পাতেইক ইতিমধ্যে বিবাহ কৰিছে। খালিদে এগৰাকী স্বামী হিচাপে পাতেইৰ নাৰী স্বাধীনতাত হস্তক্ষেপ কৰিছে। পাতেইয়ে ইয়াৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰিছে। দুয়োৰো তৰ্ক-বিতৰ্ক শুনিলে এনে ভাব হয় যেন অচিৰেই দুয়োৰো বিবাহ-বিচ্ছেদ অনিবাৰ্য। কিন্তু হাচানৰ প্ৰবেশৰ পিছতহে আমি গম পালো যে খালিদ আৰু পাতেইযে আচলতে এখন নাটকৰহে ৰিহাৰ্চেল কৰি আছে। নাটক চোৱা, নাটক মঞ্চস্থ কৰা নিষিদ্ধ এখন সমাজত মুহম্মদে 'এইখনেই পৃথিৱী' নাটখন লিখি মঞ্চস্থ কৰি অকল প্ৰতিবাদী সমস্বৰকেই জোৰদাৰ কৰা নাই, সংৰক্ষণশীল সেইখন মুলছমান সমাজক তেওঁ নাট্যপ্ৰেমী কৰাৰ বাবে আকৰ্ষণ কৰিছে। মঞ্চ সজ্জা, সংলাপ প্ৰয়োগ, নাটকীয় চৰিত্ৰাংকণত কোনো ধৰণৰ জটিল পন্থা গ্ৰহণ নকৰি কে টি মুহম্মদে নাটকক দৰ্শকৰ সহজসাধ্য কৰিবৰ বাবে চেষ্টাৰ ক্ৰুটি কৰা নাই।

বিশিষ্ট সমালোচক অধ্যাপক এ পি. পি. নম্পুতিৰিৰ মতে এন কৃষ্ণপিল্লৈৰ 'কন্যাকা', চি জে টমাছৰ 'তেওঁ আকৌ আহিছে, কে টি মুহম্মদৰ 'এইখনেই পৃথিৱী' এই তিনিখন নাটক বাস্তৱতাৰ ভূমিত মূৰ তুলি দণ্ডায়মান হৈ থকা তিনিজোপা বটবৃক্ষ। এই বটবৃক্ষৰূপী তিনিখন নাটক 'নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া'ই অসমীয়া অনুবাদৰূপত আগবঢ়াইছে। এয়া অসমীয়া নাট্যপ্ৰেমীসকলৰ বাবে নিশ্চয় সুখবৰ। নবীন নাট্যকাৰসকলেও এই তিনিখন নাটক মনোযোগেৰে পঢ়া উচিত। বিশিষ্ট নাট্য-সমালোচক, নাট্যকাৰ ৰাম গোস্বামীযে সাৱলীল অনুবাদ কৰি অসমীয়া পাঠকৰ মনোযোগ আকৰ্ষণ কৰিছে। প্ৰায় দুশ পৃষ্ঠাৰ এই নাট্যসংকলনটিৰ বেটুপাত সৰল। কিন্তু অৰ্থবহ। অসমীয়া নাট্যসাহিত্যত এই সংকলনিটি এক অমূল্য সম্পদৰূপে গণ্য কৰিব পাৰি।

# Ram Goswamee : An Ardent Promoter of Assamese Literature and Culture

**Satya Prasad Barua**

Ram Goswamee is a many-faceted personality. His brain works at various levels. Perhaps this is because as a librarian he used to deal with various types of books and came in contact with different authors and their variegated ideas. Today he has almost become synonymous with the state Library System which he had built up, as it were, from mere scrap, brick by brick into a big area of literary activity.

Born in the year 1926, to be precise, on 31 March at Golaghat, as son of late Rai Saheb Jagat Chandra Goswami and nephew of one of the most illustrious literary stalwarts of Assam the late Pandit Hem Chandra Goswami, in the atmosphere of the Gaurang Satra, he perhaps nourished in his childhood the dream of becoming an artist of Satriya Kala Kristi. From a very young stage he used to sing devotional songs and practice Satriya dances. He became a disciple of Sri Pradip Chaliha and mastered the form of *Sutradhari* and Krishna dances, two of the most important dances of the *Satriya* School.

Circumstances and the demands of the changing times, however, did not allow him to have his way. More so, because in Assam, not to speak of those days even now music and dance can enable no one to make both ends meet. That is why. after his graduation, like many of his friends and associates, he too went to Shillong in search of a job. In Shillong, he came in touch with the late maestro Jibeswar Goswami from whom he picked up a few more forms of Satriya dances. He was a handsome young man and his singing and dancing ability soon attracted the attention of many well-to-do persons including the late Sri Motiram Bora, one of the most powerful men of the State Cabinet of the time. Shri Goswamee started taking up private tuitions for his livelihood in some of these households. He then joined as a dance teacher in a music school. Soon

afterwards he joined as an assistant librarian in the State Library at Shillong. Few years he got a fellowship under the *Colombo* scheme to study librarianship as the State Government wanted trained persons to modernise the State Library system. Thus started his career as a librarian. I shall not go further in to that success story, because I believe some of his associates will do the job more competently.

I have already stated that his brain works at various levels But I would like to concentrate on his cultural contributions at Shillong side by side with his work as a librarian. His association with late Jibeswar Goswami became closer and he almost became a member of his family. At that period he came in contact with Jinu Goswami, daughter of Late Jibeswar Goswami and subsequently married her as his life partner.

During that period, he organised along with late Rudra Barua and Sri Krishnamurty Hazarika and a few others the 'Shillong Kala Parishad' and travelled through out Assam with their modernised dance dramas such as *Parijat Haran and Rukmini Haran* which received high appreciation every where. Earlier, he had actively associated himself with other short *bhaonas* like *Keligopal* and *Seeta Haran* under the direction of late Jibeswar Goswami. This troupe had travelled through North India including Punjub during the governorship of the late Mohendra Mohan Chowdhury. The name of Jibeswar Goswami's troupe was *Madhupur Sanskritik Kendra* of which the late Bimala Prasad Chaliha and the late Mahendra Mohan Chowdhury were chief patrons.

During the early sixties Shri Goswamee along with late Dhamananda Das, Late Gopal Chandra Sarma Barua, Late Krishna Prasad Barua, Suresh Chandra Rajkhowa, Ganesh Phukan, Sarat Kagh, Bhabani Bhayan, Tara Prasad Barua and a few others organised the *Brihattar Shillong Rongali Bihu Ujjapan Samity* with Late *B. P. Chaliha* the then Chief Minister of Assam, as the Chief Patron. Ram Goswamee was the Cultural Secretary for this Samity for five years at a stress and helped a lot in acquainting the Khasis and other heterogenous people of Shillong with the various aspects of Assamese Culture. All sections of the people joined the organisation with great enthusiasm.

During this period, he took seriously to Assamese playwriting

